# ৰতনী

শ্ৰীজিলিনাথ শৰ্ম্মা

গুৱাহাটী

১৯৪৮

দাম ২ টকা মাত্ৰ

উৎসর্গ—

"জননীর পবিত্র স্মৃতিতে"

## ক্ষমা ভিক্ষা

প্রুফ চোৱাৰ দোষত কিতাপখনত অশেষ ভুল বৈ গল। সহৃদয় ৰাইজে যেন এইবাৰলৈ ক্ষমা কৰে।

ইতি

লিখক।

# ৰতনী

—ঃ*ঃ—

## প্ৰথম অধ্যায়

"ৰতনীক কি লাগে অ' ?"

"তুটামান ভাত।"

"বৰ মানুহৰ জীয়েকে খুজি খাবলৈ লাজ পাই······এঘণ্টাই কাহীখনকে চেলেকী আছে তথাপি ভাতকেটা খুজি নলয়······ বোলোঁ টোতোলা ভৰাই যে খাবলৈ লাগে, কাম-বন কিমান পৰিপাটিকৈ কৰিব পাৰ ? ······গোহালীটো অঁতাবলৈ কলোঁ। তাই আকৌ গোবৰে জাবৰে গোটেইখন খেৰেচ কৰিথৈছে আছিল······"

গধূলী ভাতৰ-পাতত বহি ৰতনীয়ে ভাতৰকাহীঁ খনকে বুঢ়া আঙুলীৰে চুচি চুচি চেলেকি আছিল। তাই ভাত খোজা নাছিল ভয় কৰি, জানোছা জেঠায়েকে তাইক গালীপাৰি ভাতনিদি ভুলি পথিয়াই। জেঠায়েকক খোৱাবস্তু খুজিলে তাৰ পৰিবৰ্ত্তে কি পোৱা যাই তাক তাই নৰ্জনা নহয়। সেই দেখিহে তাইক ভাত লগাতো নুখুজি কাহীঁ খনকে চেলেকি বহি আছিল। মনতে ভাবিছিল হয়তো জেঠায়েকে আসলৰ পৰা গুলাই আহোঁতে তাইক কি লাগে সুধিব পাৰে। আৰু তেতিয়াহলে গালীনুশুনা-

কৈয়ে ভাতকিটা পাব পাৰে। কিন্তু তাইৰ বুদ্ধিয়ে একো কাম নিদিলে। ······গালী-শপনী শুনা আৰু কিবা কামত ওজৰ আপত্তি কৰিলে ইহাত-সিহাতৰ পৰা ভুকুটো, চৰটো খোৱা তাইৰ দৈনন্দিন কৰ্ত্তব্যৰ ভিতৰতে পৰিছিল। তথাপিও সেইদিনা তাইৰ দুখ কৰিবৰ একো কাৰণ নেথাকিল হেতেন যদি জেঠায়েকে গোহালীঘৰৰ কথা একো নুলিয়ালে হেতেন। তাইৰ দুখ লাগিল যে জেঠায়েকে তাইতকৈ সৰু বজৌৰ কথাতে পতিয়ন গল——"মাকে নিজৰ পুতেকৰ কথা নুশুনি তাইৰ দৰে খাবলৈ নেপাই থাকিবলৈ অহা ছোৱালী এজনীৰ কথা শুনিবনে"— সেইদেখি সেইটোও বেচি ধৰিব লগীয়া কথা নহয়। কিন্তু তাইৰ এটাইতকৈ বেজাৰ লাগিল যে বজৌৱে তাইক দাবী খুৱাওঁ বুলিয়েই খুৱাব পাৰিলে—

ইমানখিনি কথা হবলৈ পালে ৰাতিপুৱা এটা সামান্য ঘটনাৰ পৰা—যেতিয়া ৰাতিপুৱা ৰতনীয়ে গোহালীঘৰ জঁতাই আছিল, বজৌৱে লৰালিৰ স্বভাৱসুলভ দুষ্টালীৰে ৰতনীক দিগ্‌দাৰি কৰি আছিল। তাতে ৰতনীৰ খং উঠি বজৌক এটা কানমোচোৰা দি শাসন কৰিব খোজাত, বজৌৱে অতোঁৱা গোহালীত জাবৰ সিচি খেৰেচ কৰি পেলাই কলে—

"বাৰু মই আইক লাগাইদিওঁ গৈ ৰ'। তোক তেও আইয়ে মাৰিবহে।"

"দেগৈ লগাই······থক গোহালী পৰি, মই বাৰে বাৰে অতাঁই থাকিব নোৱাৰোঁ।"

ৰাতিপুৱাৰে কথা বজোৱে পাহৰি পেলালে। ৰতনীৰ কিন্তু পেটে পেটে ভয় আছিল, কিজানি জেঠায়েকে তাব হোৰ তোলে। —গধূলী ভাত খাওঁতে যেতিয়া গোহালীৰ কথা ওলাই তেতিয়া বজোও ওচৰতে বহি আছিল। সি ভবা নাছিল যে ৰাতিপুৱাৰ কথাটো লৈয়ে দিনটোৰ পাছত মাকে ৰতনীক দাবী দিব। সেইদেখি ৰতনীয়ে যেতিয়া বেজাৰ আৰু অভিমানত ভাতৰ পাতৰ পৰা উঠি শোৱা-চাঙত পৰি কান্দি আছিলগৈ, সিও বৰ বেজাৰ পাই তাইৰ দাঁতিতে শুলেগৈ। অলপ পৰৰ পাছত ৰতনীয়ে কান্দি থকা দেখি বজোৱে ভয়ে ভয়ে কলে—

"বাইটি। তই নেকান্দিবি।"

কিছুসময়ৰ পাছত ৰতনীৰ উচুপনী মাৰ গল। আৰু ওচৰা ওচৰিকৈ দুটি নিমাষিত প্ৰাণে দিনটোৰ সকলো কথা পাহৰি টোপনিত বুৰ দিলে ৰাতিপুৱা এখন নতুন সংসাৰ দেখিবলৈ বুলি।

ৰাতিপুৱা তৰুন তপনে ৰতনীক দেখিবলৈ পালে বাহি-চোতাল সাৰি থাকোঁতে। তেতিয়াৰে পৰা তাই ইটোসিটো কৰি, প্ৰথমতে বাহী ঘৰ-চোতাল সৰা, তাৰ পৰা গোহালী অতোৱা, তাৰ পাছত কাহী-বাতি মজা আৰু তাৰ পাছত গা-ধুই উঠি চাহ-পানীৰে পৰা আৰম্ভ কৰি তামোল চকলীয়াই দিয়ালৈকে জেঠপাকৰ কানিখোলাত আলপৈচান ধৰাত লাগি যাবলৈ ধৰিলে।

জেঠপাকৰ কানিখোলাত ব্যস্ত থাকোঁতেই বাহিৰ চোতালত

কাৰোবাৰ গলতকৈ কাৰি শুনা গল, আৰু ৰত্নীয়েও লগে লগে কোন আহিছে চাবলৈ ওলাই আহিল।

চোতালত চাৰিও ফালে চোকা অথচ তৃষিত দৃষ্টি ৰাখি অতি উৎকণ্ঠিত হৈ বৈ আছিল এজন বৈৰাগী। —বৈৰাগীৰ মূৰৰ দীঘল চুলি বোৰ জঁটাবন্ধা, দাঁৰি-গোঁফ দীঘল হৈ গৈছে, কান্ধত এটা দীঘল জোলোঙা, ডিঙিত ৰুদ্ৰাক্ষৰ মালা আৰু হাতত এখন চোকাৰী —বৈৰাগীয়ে ৰত্নী ওলাই অহাৰ মুখত ওলোৱা মাত্ৰকে নিজক চম্ভালি মাত লগালে —।

"আই!"

ৰত্নীয়ে লৰি গৈ বৈৰাগীক সাৱতি ধৰিলে—

"পিতাই! অ' পিতাই! কেতিয়া আহিলি?"

বৈৰাগীয়ে জীয়েকক এটা পুতলা আৰু কেটামান মিঠাইৰ টোপোলা জোলোঙাৰ পৰা উলিয়াই দিলে। আৰু ৰত্নীয়েও বৈৰাগীক হাতত ধৰি নি জহপাকৰ কাষৰ-খোলাত উলিয়ালেগৈ—।

পাচ বছৰৰ আগৰ কথা। একমাত্ৰ সন্তান ৰত্নীক সংসাৰত এৰি থৈ ৰত্নীৰ মাক ধুকুৰাৰ পাচদিনাই বাবুলাই সাত বছৰীয়া জীয়েকক মনপুৰ আইতাৰ ঘৰত থৈ আহিলগৈ। বাবুলাৰ আগৰে পৰা সংসাৰত বৰ ৰাপ নাছিল। সেইদেখি যেতিয়া তেওঁৰ ঘৈণীয়েক মৰিল তেতিয়া ৰত্নীক আৰু অলপ-অচৰপ মাটি-বাৰী যি আছিল সকলো আইতাকে গতাই দি বৈৰাগী হৈ গুচি গল। আইতাৰনী বাবুলাৰ দূৰসম্বন্ধীয় বায়েক আছিল। আইতায়েও মাটি-বাৰী সোপা পাই ৰত্নীক ৰখাত একো আপত্তি নকৰিলে।

তেতিয়াৰে পৰা বৈৰাগীয়ে বছৰে, দুবছৰে ৰতনীক তাতে চাই যাইছি।

বৈৰাগীক দেখা পাই মনপুৰ আইতেয়ে বৰ আথেবেথে বহুৱাই—মেলি তেওঁক খবৰ বাতৰি সুধিবলৈ ধৰিলে। ইফালে ৰতনীৰ আজি আনন্দৰ পাৰ নোহোৱা হল। ভাই পুতলাটো পাই আনন্দত নাচি ফুৰিবলৈ ধৰিলে। বজো ভাইৰ পাছেঁ পাছে। সিও এটা পুতলা পাইছিল কিন্তু ৰতনীৰটো বেচি ধুনীয়া।

*　　*　　*　　*

( ২ )

দুপৰীয়া আইতেয়নীয়ে ঘৰৰ সকলো কামবনৰ আউল মাৰি, খাই-বই উঠি পুখুৰিত গা-ধুবলৈ গল। গা-ধোৱা হলত তামোলৰ চাচতিখন যতনাই লৈ আস্তে-শুস্তে বৈৰাগীৰ কাষত বহিলগৈ। ৰাতিপুৱাৰে পৰা কামৰে অন্তু নপৰাত এতিয়ালৈকে তেওঁ বৈৰাগীৰ সৈতে দুৱাষাৰ কথা পাতিবলৈ আহৰিকে পোৱা নাছিল।

"তুমি আহিলা ভালেই হল বাবুলা! মই আকৌ মানুহৰ আগত খবৰ দিম বুলি ভাবিছিলোঁহে—"

"কিয়নো ইমান দৰ্কাৰ হল বাইটি" বৈৰাগীয়ে সুধিলে।

"সকলো কথা লাহে লাহে কওঁ ৰবা। ......হোঁৱাচোন এই তামোল খন ধৰা। ......মোৰটো আৰু জীৱনত সুখ নহল। দেখিচাই নহয় সদায় এটা নহয় এটা লাগি আছেই।"

"পিছে কথাটোনো কি বাইটি ?" বৈৰাগীয়ে ব্যগ্ৰভাৱে সুধিলে।

"তুমি দেখোন জানাই বাবুলা! ……মোৰ বজোৰ এতিয়া ন বছৰত ভৰি দিলেহি, পিচে সি তো আৰু ভাই ভনীৰ মুখ দেখা নাই ……বোলোঁ তুমি বহুত ফুৰি মেলি আহিছাঁ, কামাখ্যাও দৰ্শন কৰিলাঁ……মোক এইখিনি আৰু উপকাৰ কৰিব লাগিব ……মই তাবিজৰ বাঁহ এটা অনায়েই থৈছোঁ……আৰু কিনাম বোলে আমাৰ মুহীৰামৰ ডাঙৰ ছোৱালীজনি আজি ডুবছৰ হল ওলাই যোৱা, পিছে আজিলৈকে লৰাছোৱালী এটাৰ মুখ দেখা নাই … এইবোৰ দেখিশুনিয়েই নেকি যোৱা পূৰ্ণীমাৰ দিনা জোৱাঁয়েক আহি মুহীৰামক কৈ গৈছেহি যে তাৰহেনো আৰু তাইক ঘৰলৈ নিবৰ মন নাই, অৱশ্যে যদি কৰবাত কিবা হয় সেইটো বেলেগ কথা। ……কিনো কম, কিনো শুনিবা বোপাই! পাৰা যদি যোৱাৰ আগতে তাইকো কিবা এটা উপকাৰ কৰি গলে ডাঙৰ কথাই হয়। ……তিৰোতাৰ জীৱনতনো কি আছে হোঁ ?"

"সকলো কথা মই বুজিছোঁ বাইটি!" বৈৰাগীয়ে অলপ গহীন ৈৰ উওৰ দিলে "পিছে……মইটো মন্ত্ৰ তন্ত্ৰ একো নেজানো…… তোমাৰ ঈশ্বৰত বিশ্বাস আৰু গুৰু গোসাঁইত ভক্তি আছে, সেই দেখি একো চিন্তা নকৰিবা……তোমাৰ মনৰ কামনা ভগৱন্তই পুৰ কৰিব। ঈশ্বৰবিশ্বাসত কৈ ডাঙৰ তাবিজ আৰু একোৱেই নাই বাইটি!"

বৈৰাগীৰ উত্তৰ শুনি আতৈয়নীয়ে বৰ সন্তোষ নেপালে, সেইদেখি অলপ আন কথা পাতি বেজাৰ মনেৰে ততাতৈয়াকৈ ভিতৰলৈ সোমাই গল। কিছুসময়ৰ পাছত যেতিয়া বৈৰাগীক কিবা এটা কথা সুধিবলৈ বুলি তেঁও আকৌ ওলাই আহিল তেতিয়া বৈৰাগীয়ে আন দুজনমান মানুহৰে সৈতে আতৈৰ লগত কথাপাতি আছে।

"এইযা চক আতৈ কাই।" বৈৰাগীয়ে ওচৰতে থকা জুহালৰ পৰা এডাৰ এটুকুৰা লৈ মাটিত আঁকি দেখুৱাই কলে "এইখন হৈছে সংসাৰ। ইযাতে এইবোৰ বেহুঁ পাতি থৈছে··· · কাম, ক্ৰোধ, লোভ, মোহ, মদ, মাৎসৰ্য্য··· ·এই বেহুঁ বোৰৰ ইটোৰ সিটোৰ লগত সংযোগ আছে। তদুপৰি বেহুঁবোৰৰ সৈতে গোটেই স সাৰ খন মাযা জালেৰে আৱৰা আছে। সেইদেখি জীৱবোৰে ইযাৰ পৰা ওলাবৰ পথ বিচাৰি নেপাই বেহুঁবোৰৰ ভিতৰতে ঘূৰ্ম্মুতীয়াই ফুৰে। ইফালে বেহুঁবোৰৰ পৰা ওলাব নোৱাৰিলে মক্তিপথো বিচাৰি পোৱা টান। এতিয়া এইবোৰৰ পৰা ওলাই আহিবৰ উপায় ."

একান্ত মনেৰে বৈৰাগীৰ কথা শুনি থাকি কেউজন মানুহে একেলগে মাতিলে—

"উপায় · ···তেন্তে ?"

"এটা উপায হৈছে সংযম" বৈৰাগীয়ে আকৌ কবলৈ ধৰিলে "সংযম হলে চিত্ত স্থিৰ হব আৰু চিত্ত স্থিৰ হলে বেহুঁৰ পৰা ওলোৱাত বিলম্ব নহয়। ·· ··কিন্তু তেতিয়াও মায়া জাল ভেদ

কৰিব নোৱাৰিলে অনন্তৰ লগত মিল হব নোৱাৰি····· এই মায়া জাল এৰোৱা সহজ নহয় আতৈকাই। কৰবাত কাচিৎহে কোনো ভাগ্যৱন্তই ইযাৰপৰা এৰাইগই ভগৱানক লাভ কৰিব পাৰে।”

“আৰু ইযাৰ কাৰণ হৈছে সংসাৰখন পাপ পঙ্কিলেৰেই ভৰা মানুহে পাপত লিপ্ত থাকি উদ্ধাৰৰ পথ বিছাৰি নেপাই” ভাবে এজনে মাত লগালে।

“কেতিয়াও নহয় ককাই।” বৈৰাগীয়ে উত্তৰ দিলে “মনৰ অপবিত্ৰতাই হৈছে পাপ। আপুনি যি ভাৱেৰেই সংসাৰখন চাব খোজে থিক সেই ভাৱেই দেখিব। যেতিয়া—প্ৰেমৰ চকুৰে চাই তেতিয়া দেখিব সংসাৰখন পুণ্যময়, প্ৰেমময়, সৌন্দৰ্য্যেৰে পৰ, চিৰ শান্তিৰ ধাম যি চিৰ সুন্দৰ তেওঁৰ হাতত কেতিয়াও অসুন্দৰৰ সৃষ্টি হব নোৱাৰে”

আৰু যদি শান্তিৰ ধামেই হয় তেনেহলে জগৎখন ইমান দুখ কষ্টেৰে ভৰা কিয়? তেওঁৰেই সৃজিত মানৱে জীৱন ধাৰণাথে ইমান দুখ ভূঞ্জিব লাগে কিয়?”

“সেইটোও আমাৰেই দোষ ককাই। কাৰণ—বাস্তৱতাৰ বিছনাত পৰি আমি অবাস্তৱৰ সপোন চাই ভোল গই থাকোঁ। সেইদেখি একোৱেই আমাৰ হেপাহ পূৰাব নোৱাৰে।”

কিছুসময় এটাইকেউজনে কোনো কথা নোকোৱাকৈ ভাবিবলৈ ধৰে।

“পিছে আপোনাৰ সন্ধান আপুনিটো সংসাৰৰ মায়া চেদ কৰিছে?” আন এজনে বৰ বিনীত ভাৱেৰে সুধিলে।

"মোৰ সন্ধান······আৰু সংসাৰৰ মায়া! ······নাই নাই এতিয়াও এৰাব পৰা নাই। যিমানেই এৰাবৰ চেষ্টা কৰিছো, সিমানেই নতুন নতুন বান্ধোন ওলায়েই আছে। ······চিত্তবৃত্তি শুদ্ধ কৰিলে যেয়ে একান্ত ভক্তি কৰে তেওঁকেহে ভগৱন্তই দেখা দিয়ে ···· কব নোৱাৰোঁ। আৰু কিমান দিনৰ মূৰত শ্ৰীচৰণ দৰ্শন কৰিবলৈ পাম। ··· ··ক'তয়ে দৰ্শন লাভ হব তাকো নেজানো।

তেঁওটো কোনো এঠাইত নাই, কিন্তু সমস্ত জগততে ব্যাপ্যমান হৈ আছে·· তেৰাৰ যদি কৃপা হয় দাসক ইয়াতেই দৰ্শন দিব।" বৈৰাগীয়ে এটা হুমনীয়া পেলাই একেথৰে ওপৰলৈ চাই ৰ'ল।

মানুহকিজনে বৰ বিস্ময় ভাবেৰে বৈৰাগীৰ কথাবোৰ শুনি থাকে। তেওলোকৰ শীৰ ভক্তিত নত হৈ যাই আৰু ভাৱে যে বৈৰাগীৰ আৰু মুক্তি লাভত বাধা নাই।

বেলি ভটীওৱাৰ পৰত আতৈৰ বাহিৰে আন কিজনে বৈৰাগীৰ পৰা বিদায় ললে। আতৈয়েও তেঁওৰ আলহীক বিশ্ৰামৰ সুবিধা কৰি দি ভিতৰলৈ গল।

ৰাতি অলপ গধূৰ হলত বৈৰাগীয়ে মাটিৰ ওপৰতে কঠ এডোখৰ পাৰি লৈ তাতে বহি মালা জঁপিবলৈ ধৰিলে। তেঁওৰ সৰ্ব্বস্ব জোলোঙাটো আৰু টোকাৰীখন গাৰ কাষতে থৈ দিছে। ওচৰতে ৰতনীয়ে বহি থাকি একান্ত মনেৰে পিতাকক চাবলৈ ধৰিলে। যেতিয়া মালা জঁপা শেষ হল বৈৰাগীয়ে তেঁওৰ জোলোঙাত হাত ভৰাই বহুত দিনৰ লগৰী ভাঙৰ চিলিমটো

আৰু তাৰ লগৰ সজুঁলি উলিয়াবলৈ ধৰিলে ; আৰু বহুত পৰ মনে মনে বহি থাকি ৰতনীয়েও কথা কবৰ সুবিধা পালে।

"পিতাই ! তই ইমান দিন ক'ত আছিলি ?"

সৰু কাঠ এচতাৰ ওপৰত ভাঙ কুটি কুটি বৈৰাগীয়ে উত্তৰ দিলে—"ঘুৰি ফুৰিছিলোঁ আই ! ভগৱন্ত বস্তুৰ সন্ধানত। দিনত মাগি আনি দুটামান খাওঁ কেতিয়াবা আৰু ৰাতি হ'লে কোনো দৌল বা নামঘৰ এটাতে পৰি থাকোঁ······চক্ৰীয়েই ঘুৰাইলৈ ফুৰিছে এতিয়াও দেখা দিয়া নাই" এটা দীঘল হুমুনীয় পেলাই।

"ভগৱন্ত নো ক'ত আছে ?"

"তেঁওনো নাই ক'ত ! ......সকলোতে আছে আই ! ......সকলো জীৱৰে অন্তৰত আছে।"

"তেঁওক পিছে কেনেকৈ পাব পাৰি ?"

"প্ৰেমৰে।"

ৰতনীয়ে টোপনিৰ জালতে মূৰ ডুপিয়ালে—"ওঁ...ওঁ . হয়... হয়...হয়.. ময়ো এদিন প্ৰেমৰ বলেৰে তেঁওক ধৰিবৰ চেষ্টা কৰিম" তাই ভাৱিলে।

"তোৰ টোপনি ধৰিছে যদি শুই থাকগৈ যা ৰতনী !"

টোপনিৰ কথা কলত তাই চকুদুটা বহলকৈ মেলি কলে— "পিতাই ! সৌ খন বজাছোঁন !"

বৈৰাগীয়ে ভাঙৰ চিলিমত টানকৈ হোপা এটা মাৰি টোকাৰীখন ডাঙি ললে।

নিস্তব্ধ অন্ধকাৰ ভেদি টোকাৰী আৰু এটা বৰগীতৰ সুৰে ৃৰ দিগন্তলৈকে উটি উটি গই আল-জাল টোপনিত পৰা মানুহৰ ান ক্ষন্তেকৰ কাৰণে সংসাৰৰ পৰা আঁতৰাই কোনোবা অজান পুৰীলৈ লৈ গল। মুহূৰ্ত্তৰ কাৰণে বৈৰাগীযে নিজক পাহৰি পেলালে আৰু আন কি যাৰ মনত সন্তোষ দিবৰ কাৰণে তেঁও টোকাৰী হাতত লৈছিল সেই ৰতনীকো পাহৰি গল। ধীৰ, স্থৰ চিত্তে গীত গাওঁতে বৈৰাগীৰ দুগালেদি চকুপানী বৈ গল। ুনা মানুহৰ ভাৱ হল যেন বৈৰাগীযে সাক্ষাৎ ভগৱন্তক আগতে াই, ভৰি দুটি আঁকোৱালি ধৰি জযদেউ কাকুতি জনাইছে তেঁওক এৰি থৈ নেযাবলৈ বুলি।

গীত শেষ হলত টোকাৰীখন লাহেকৈ থৈ বৈৰাগীয়ে গামোছাৰ াগেৰে মুখখন মোহাৰি পেলালে। তাৰ পাছত ইফালে চাই তনী টোপনি যোৱা দেখি থিয হল আৰু বৰ আলফুলকৈ তাইক ’ঙি নি কঠ এখনত শুৱাই নিজেও আন এখন কঠত ওচৰতে ই পৰিল।

পিছদিনা ধল-পুৱাতে বৈৰাগী যাবলৈ ওলাল। আতৈ াতৈয়নীযে বৰ বেজাৰ মনেৰে তেঁওক বিদায় দিলে। যেতিয়া ৰাগী ওলাই যাই তেতিয়া ৰতনীয়েও এটা দুটা কথা সুধি সুধি ওৰ লগে লগে যাবলৈ ধৰিলে। এইদৰে অলপ দূৰ যোৱাৰ ত বৈৰাগীয়ে বাটৰ ওপৰতে থিয়দি বৈ ৰতনীক কলে—

“বহুত দূৰ বাট আহিলি ৰতনী! মই চাই থাকোঁ তই তি যাগৈ।”

"পিতাই! ময়ো যাম তোৰ লগতে......মই আৰু ইয়াত নেথাকোঁ। সিহঁতে যে মোক সদায় মাৰি থাকে।"

"কেতিয়াবা মাৰিলে সহি থাকিবি আই! যি কয় তাকেই কৰিবি। তোৰ দোষ দেখিলে ভালৰ কাৰনেহে মাৰে। তই কেতিয়াও তুষ্টালী নকৰিবি দেই। ......আৰু মোৰ লগততো তই যাব নোৱাৰ। মই পৰম বস্তুৰ সন্ধানত দেশে-বিদেশে ঘুৰি ফুৰোঁ, থকাৰ থিক নাই আৰু মাগি আনি দুটামান খাওঁ। তই মোৰ লগত কেনেকৈ ফুৰিবি আই।"—বৈৰাগীয়ে ৰতনীৰ মৰত হাত বুলাই বুলাই কলে—

"নহয় পিতাই! মই তোৰ লগতে যাম। তই যতে থাকিবি ময়ো তাতে থাকিম। তোৰ কাৰণে মই মাগি আনিব পাৰিম তই মোক এৰি থৈ নেযাবি পিতাই।" —ৰতনীয়ে বৈৰাগীৰ গাত সাৱটি ধৰিলে।

"মোৰ কথা শুন ৰতনী! ঘৰলৈ যাগৈ। তই দুখ কৰি নেথাকিবি। মই মাজে সময়ে আহিগই থাকিম।"

"তই আকৌ কেতিয়াকৈ আহিবি পিতাই?" —বৈৰাগীৰ কাপোৰত মুখ লুকুৱাই ৰতনীয়ে কান্দিবলৈ ধৰিলে।

"নেকান্দিবি মোৰ সোণটি! তই যেতিয়া ডাঙৰ হবি তেতিয়া মই আকৌ আহিম" বৈৰাগীয়ে এটা বিষাদৰ দীঘল হুমুনীয়া পেলালে "এতিয়া যাগৈ আই।"—

"এই একনমান ছোৱালীজনি" বৈৰাগীয়ে ভাবিবলৈ ধৰিলে "মই নেদেখা কিদিনৰ ভিতৰতে ইমানজনি হৈছে.....জেঠায়েকৰ

সকলো কামতে সহায় কৰিব পৰা হৈছে .....আৰু কিছুদিনৰ পাছত তাই লাহে লাহে গাভৰু হলে মায়াৰ পাশেৰে আবদ্ধহৈ সংসাৰত প্ৰবেশ কৰিব। তেতিয়া তাইৰ চিন্তা হব পো-জী, নাতি-নতি, ঘৰ-বাৰী, ধন-সম্পত্তি আদি স সাৰৰ মায়াৰ প্ৰসাধন বোৰ... . আৰু মই ? .....সংসাৰৰ সকলো ত্যাগ কৰি সৱশেষ এই মায়া জৰী গছো চিঙিবলৈ চেষ্টা কৰিব লাগিছে......প্ৰভু ! .. ওহোঁ......অসম্ভৱ ..পুৱা আৰু সন্ধ্যাৰ মিলন হবলৈ যে মাজত গহীন নিশা .. . তোক মই লগত কেনেকৈ নিম আই।"

ৰতনী বৰ বেজাৰ মনেৰে উভতি আহিল। বৈৰাগীয়ে কিছুপৰ একে থৰে ৰতনীক চাই থাকি চকুপানী মছিলে।

"মায়া... ..মোহ......ইমান টান এৰাবলৈ. ...নাই মোৰ ভুল হৈছে, মই পথভ্ৰষ্ট হৈছো" বৈৰাগী তাই পৰা বেগাই গুছি গল গৈ।

"ৰতনীয়ে ঘৰলৈ আহি ভাবিবলৈ ধৰিলে—মই ডাঙৰ হলে পিতাই আকৌ আহিব . ...কিমান ডাঙৰ হলে আহিব ?...... কালি সুধিলত পিতায়ে কলে মোৰ বাৰ বছৰত সোমাইছে, তেন্তে, তেন্তে কিমান বছৰ হলে মই ডাঙৰ হম .... পিতাইৰ লগত এবাৰ গুছি গলে মই আৰু ইয়ালৈ কেতিয়াও ঘুৰি নাহো . ...বজৌৰ চাৰনেহে বেয়া লাগে .....জেঠাইজনি ইমান বেয়া মানুহ .....খং কৰাকৈ একো কথাকে নকয় ..... ।"

"হেৰ ৰতনী ! ৰ'দ আহি এইখিনি পালেহি। চোতাল

বাহীহৈয়েই থাকিল ; গোহালীও নতঁালি .....আজি মাৰে ভাত খুৱাম .....থাকিবৰ মন নাই যদি বাপেৰৰ লগতে গুছি নগলি কেলেই ?"

ৰতনীয়ে কিবা এটা কব খুজিছিল কিন্তু সাহ নহল। মনত পৰিল বাপেকৰ উপদেশ। সেইদেখি একো নোকোৱাকৈ গোহালী অভাবলৈ গুছিগল।

জৰ্জ্জৰিত মানৱক হাঁহি-কান্দোনৰ, আশা-নিৰাশাৰ নতুন নতুন উপাদান যোগাই দিন যাবলৈ ধৰিলে। ৰতনীৰ মনৰো ক্ৰমাৎ পৰিবৰ্ত্তন হৈছে। সংসাৰৰ নতুন ৰূপ দেখি তাই মুগ্ধ। বৈৰাগীৰ কথাও তাইৰ মনৰপৰা লাহে লাহে আঁতৰিবলৈ ধৰিলে আৰু সেইদেখি প্ৰায় চাৰি বছৰৰ পাছত যেতিয়া জেঠপাকৰ কানিসেৱাত যোগ দিবলৈ অহা ভকত এজনে বৈৰাগী অনন্তধামলৈ গতি কৰাৰ সম্বাদ দিলেহি ৰতনীয়ে মনত বিশেষ একো বেজাৰ অনুভৱ নকৰিলে। —মাথোন মনত পৰিল বিদায় পৰত বাপেকৰ চল্‌চলীয়া চকুদুটা আৰু তাইৰ মূৰত হাতফুৰাই কোৱা এষাৰ কথা—

"তই আকৌ কেতিয়াকৈ আহিবি পিতাই ?"

"নেকান্দিবি মোৰ সোণটি! তই যেতিয়া ডাঙৰ হবি তেতিয়া মই আকৌ আহিম— ।"

# দ্বিতীয় অধ্যায়

ব্ৰহ্মপুত্ৰৰ বুকুত পৰি জিৰনি লবলৈ একা বেকা গতিৰে বৈ যোৱা দিখৌ নৈ খনৰ পাৰতে ৰংপুৰ নগৰখন। নগৰৰ যিঠাইত আচল ঘাট আছে সেইখিনিত থিয় হৈ বাওঁফালে চাই পঠিয়ালে সুদূৰত ৰিনিকি-ৰিনিকি নগাপাহাৰৰ দৃশ্য দেখা যাই আৰু সোঁ-ফালে নৈখন ধীৰে-সাঁতিৰে বৈ গৈ আকাশত লীন হোৱা যেন দেখি। সেইখিনিৰ পৰা পানীৰ লগে লগে গৈ থাকিলে অলপ দূৰতে এখন সৰু বজাৰ পোৱা যাই।

ভয়ানক ৰ'দ। ৰ'দৰ তাপত বাহিৰত কোৱা-চিলা এটিও দেখিবলৈ নাই। সকলোৱেই হাবাথুৰি খাই ছাঁ বিছাৰি লৈ আত্মাৰামক জিৰনি দিবৰ চেষ্টা কৰিছে। নগৰৰ ৰাস্তা-ঘাট, বজাৰ-সমাৰ, এটাইবোৰ জনশূন্য। এনে সময়তে বজাৰৰ পৰা অলপ আঁতৰত এটা সৰু ঘৰত ধনবৰে দুপৰীয়া শোৱাৰ পৰা উঠি ঘাম মুচি থাকোঁতেই ভদৰাম আহি মাত লগালে ....

"কি হেঁ ভায়া! বাৰুকৈ এঘুমটি দিলানেকি?"

"নাই দেও গৰমতনো কি শুবা, ঘামিয়েই তত পোৱা নাই।......পিছে কি মন কৰিনো এই ৰ'দত ওলালা?"

"সেইবোৰ কথা পাছত সুবিধা। মোক প্ৰথমতে পানী এতোপা দিয়া। পিয়াহত মোৰ ডিঙি সুকাই গৈছে।"

ওচৰতে জুইৰ ওপৰত পানী ফুটি দেগৰ পৰা চোঁ,···চোঁ শব্দ হৈ আছিল।

দুয়ো দুবাতি চাহ খাই এতোৱাৰ পাছত ভদৰামে কলে— "তনুশ্যামৰ তালৈকে যাওঁ বলা ধনবৰ।"

"কোন তনুশ্যাম ?"

"কিয় যোৱা বেলি এনেকুৱা দিনতে ৰায়তক কানি নেখাবলৈ কৈ ফুৰোঁতে চৰ্কাৰে যে ধৰি নি ফাটেকত থৈছিলগৈ।"

"তেওঁৰ নামটোহে শুনিছো কিন্তু মানুহজন আজিলৈকে দেখা নাই।"

"তেওঁৰ লগত মোৰ আজি বহুত দিনৰ চিনাকি .... পিচে কি হব, মানুহজনৰ কাৰণে মোৰ বৰ দুখ লাগে। জেলৰ পৰা ওলোৱা আজি এমাহেই হোৱা নাই এথোন আকৌ কামত লাগিলেই।"

"কানি বন্ধ কৰাতেই নে কি ?"

"এৰা কানি বন্ধ কৰাতেই, পিচে সিবাৰৰ দৰে পোনপটি ভাৱে নহয়। এইবাৰ হেনো আন এটা উপায় হে লব।"

"আন উপায় নো কি লব ?"

"তেওঁকয় যে শিক্ষাইহে ইয়াৰ আচল উপায়। শিক্ষা নোহোৱাৰ কাৰণেই আমাৰ যত দুৰ্গতি। অশিক্ষিত মানুহব কথা বজাবলৈ যিমান কষ্ট কৰিব লাগে, শিক্ষিতক তাতকৈ বহুত কম কষ্ট কৰিলেই বুজি উঠে। তেওঁৰ বিশ্বাস যে শিক্ষা হলে মানুহ বোৰে আপোনা আপুনি কানি এৰিব। কিন্তু মোৰ বোধেৰে এনেবোৰ কাম কৰিলে চৰ্কাৰে তেওঁক এইবাৰ কলিয়া পানীত নেমেলাকৈ নেৰে। ......কিন্তু মানুহজন হলে বৰ

ৰসিক। কথাৰে অন্ত নাই। কতধৰনৰ কত কথানো কব। গলেই শুনিবা নহয়। অৱশ্যে তুমি কেনেকুৱা পোৱা কব নোৱাৰোঁ ; মোৰ হলে বৰ ভাল লাগে আৰু সেইদেখি সময় পালেই তেওৰ তালৈ যাওঁ।”

ধনবৰ থকা ঘৰৰ পৰা প্ৰাই এমাইলমান দূৰতে এটা সৰু ভাৰা দিয়া ঘৰত তনুশ্যাম থাকে। তেঁওৰ বয়স ৩০।৩৫ৰ ভিতৰতে হব। জেলৰ পৰা ওলাই অহাৰ পাছত একেবাৰে অৰ্থহীন অৱস্থাত পৰাত, ওচৰৰে এজন ভদ্ৰলোকে মৰম কৰি তেঁওৰ লৰাকিটা পঢ়াবলৈ দিলে। এতিয়া তনুশ্যামে ৰাতিপুৱা লৰা পঢ়াই আৰু দুপৰীয়া গধূলী কাকো লগ নেপালে বাতৰি কাকতলৈ প্ৰবন্ধ লিখে। সেইদিনা আবেলিবেলিকা যেতিয়া ধনবৰ আৰু ভদৰাম ওলাইগৈ তেতিয়া তেঁও গাওঁসংগঠনৰ বিষয়ে এটা প্ৰবন্ধ লিখি আছিল। তনুশ্যামে তেওঁলোকক বহুৱাইলৈ প্ৰবন্ধটো পঢ়ি শুনালত ভদায়ে কলে—

“তেন্তে আপোনাৰ মতে দেশসেৱকৰ বৰ্ত্তমান আচল কৰ্ম্মক্ষেত্ৰ গাৱঁতহে।”

“তুমি যদি গাৱঁলীয়াবিলাকৰ, যাৰ প্ৰাই প্ৰত্যেকটোৱেই খেতিয়ক অথচ দেৱলীয়া, আচল অৱস্থা জানিলাহেতেন, তেতিয়া অৱশ্যে মোৰ কথাৰ সত্যতা বুজিব পাৰিলাহেতেন। ......তুমি কেতিয়াবা নিশ্চয় গাওঁৰ ফালে গৈছা ?”—তনুশ্যামে সুধিলে।

“নিশ্চয় ! বহুত বাৰ গৈছোঁ।”

“তেনেহলে বোধহয় মনকৰিছা ভদায় ! তোমাৰ ফালে

একেৰাহে চাইথকা তাৰ মানুহবোৰৰ আকুলতাভৰা চকু বোৰলৈ। ......কেতিয়াবা হয়তো উপায় নেপাই তাহাঁতৰ লগত সুখদুখৰ দুৰাষাৰ কথাও পাতিছা ক্ষন্তেক বৈ, আৰু কেতিযাবা কিবা সহায় ভিক্ষা কৰিব বুলি হয়তো দেখিও নেদেখা ভাও জুৰি ফালৰি কাটি গুছি যোৱাঁ। এবাৰ ভাবিওটো নোচোৱাঁ সিহঁতে আচলতে বিছাৰেকি। এইটো অকল তোমাৰেই নহয ভদায়! বস্তুতৰে ভুল ধাৰণা। ...সিহঁতে দুখতে জন্ম পাই আৰু দুখতে লয়ো পাব। সিহঁতে তোমাৰ পৰা কোনো আৰ্থিক সহায় পাবৰ আশা নকৰে আৰু সেইদেখি নিবিছাৰেও। কিন্তু একেথৰে প্ৰশ্নসূচক দৃষ্টিৰে বৈ থাকে মাথোন মুক্তিৰ সন্ধান বিছাৰিহে।"

"মুক্তিৰ সন্ধান বিছাৰি?"

"এৰা ভদায়! মুক্তিৰ সন্ধান বিছাৰিযেই সিহঁত বৈ আছে .....তুমি তো নাজানা কিয় এবাৰ খেতি নষ্ট হলে দুৰ্ভিক্ষৰ কৰাল মুক্তিয়ে সিহঁতক গ্ৰাসি থব খোজে। আৰু দেখাতো নাই গাওঁবোৰত জিলিকি থকা দৰিদ্ৰতাৰ নগ্ন সত্বাটো। ......ভুল নুবুজিবা ভদায়! মই তোমাক দোষ দিয়া নাই মাথোন......।

......"মই বুজিছোঁ। আৰু দিলেই জানিবা দোষ তাতটো এবে হানি নহয়...... ।"

"কিহৰ পৰা মুক্তি বিছাৰিছে" ধনবৰে সুধিলে।

"কিহৰ পৰা!......সমাজৰ কঠোৰ ব্যবস্থা বোৰৰ পৰ সুদখোৰ ধনী সম্প্ৰদায়ৰ পৰা, অশিক্ষা আন্ধাৰৰ পৰা......বুজিছা ভদায়! দেশৰ গুৰিগছ স্বৰুপ কৃষক সম্প্ৰদায়ৰ উন্নতি সাধন

নহলে তাৰ দাল পাত বোৰত যিমানেকি পানী নাধালা একোতেই লাভ নহয়। ক্রমে গোটেই জোপা গছ শুকাই যাব।"

"পিচে তাৰ উপায় কি ?" ভদায়ে সুধিলে।

"তাৰ প্রধান উপায হৈছে মাথোন তিনিটা——শিক্ষা, শিক্ষা আৰু শিক্ষা।"

"শিক্ষা" অস্ফুত স্বৰেৰে ধনবৰে কলে।

"সকলো ক্ষেত্রতে শিক্ষাই হৈছে উন্নতিৰ মূল" তনুশ্যামে আকৌ কবলৈ ধৰিলে—"আমাৰ খেতিযকবোৰে বোপা-ককা দিনৰ খেতিৰ সজুলিবোৰ লৈযেই বহি আছে, কোনো পৰিবৰ্ত্তন নাই। সিহঁতৰ মনো অন্ধবিশ্বাসেৰে পূৰ আৰু কৰ্ম্মক্ষেত্রও অতি সঙ্কীর্ণ। কিন্তু শিক্ষা হলে সিহঁতৰ মনৰ অন্ধবিশ্বাসবোৰ দূৰ হব। উদ্ভাৱনশক্তি প্রখৰ হব আৰু কৰ্ম্মক্ষেত্রও প্রশস্ত হৈ পৰিব।

মাজে মাজে বেজাৰৰ একোটা হুমুনীয়া পেলাই তনুশ্যামেই কথাবোৰ কৈ গৈ থাকে আৰু ধনবৰ ভদায়ে বৰ মনোযোগেৰে সেইবোৰ শুনি থাকে। ক্রমে বহুত ৰাতি হোৱাত তেঁওলোকে তনুশ্যামৰ পৰা বিদায লৈ ঘৰলৈ খোজ ললে। তনুশ্যামে কিন্তু ভাবি ভাবি বহি থাকিল। তেঁওৰ চকুৰ আগত ভাহি উথিল অশিক্ষিত, অৰ্দ্ধনগ্ন, অৰ্দ্ধভুক্ত মানুহবোৰৰে সৈতে এখন দেশ; দাসত্বৰ হেচাত লুপ্ত হৈ যাব খোজা ইয়াৰ পূৰ্ব্বৰ গৌৰৱ আৰু ধ্বংসোন্মুখি অমূল্য সাহিত্য ৰাশি।——অসহ্য বেদনাত তেঁওৰ চকুৰ পৰা জবি পৰিল দুটোপ তপত চকুলো আৰু হাতদুযৰ

কৰি অতি কাতৰকণ্ঠত চিঞৰি উঠিল—"কেতিয়া ইহঁতক মুক্তিদান দিবা প্ৰভু! কেতিয়া? কেতিয়া?"

বাহিৰত দুৰ্যোৰ আন্ধাৰ, মাজে মাজে বিজুলীৰ পোহৰত বাট দেখাগৈছে মাথোন। চাৰিওফালৰ নিস্তব্ধতা আৰু নিষ্ঠুৰ গহীনতা ভেদ কৰি ধনবৰ আৰু ভদায়ে ওচৰাওচৰিকৈ ঘৰলৈ উভতি আহিছে। আকাশৰ পশ্চিম প্ৰান্তত এচতা ক'লা ডাৱৰ বৰ কোবেৰে আগবাঢি আহিছে, উত্তপ্ত পৃথিবীত শান্তিপানী ঢালিবৰ কাৰনে।

—"তুমি বাৰু মানুহ জন কেনে পালা?" ভদায়ে সুধিলে।

"মই যিমানদূৰ জানিব পাৰিলোঁ, তনুশ্যাম এজন নিস্বাৰ্থ দেশপ্ৰেমিক। মোৰ বিশ্বাস অলপ সহায় পালে তেও দেশৰ বহুত হিত সাধিব পাৰিব।"

"মযোতো তাকেই ভাবো কিন্তু ..।"

"কিন্তু কি? তোমাৰ তাত সন্দেহ আছে নেকি?"

"এৰা ...ভু নহয় বুলিনো কেনেকৈ ক'বা।"

"তুমিতো ভাই' নগৰীয়া মানুহ, আমাতকৈ বেচি কথা জানা। তোমাৰ ধনৰো অভাৱ নাই। মই দেখোঁতে তনুশ্যাম দুখীয়া মানুহ সেইদেখি টকা সৰকাৰৰ পাং পাতিছে বুলি সন্দেহ কৰিব পাৰা। কিন্তু মই গাৱঁলীয়া হিচাবে কওঁ, তেঁও যিবোৰ কথা কলে সকলো আখৰে আখৰে সচাঁ।"

তেঁওলোক আহি আহি এটা চাৰি আলি পালেহি। তাৰে পৰা তেঁওলোক দুয়ো দুটা বাটে ঘৰলৈ যাব লাগে। এটা

চাকিয়ে অতি ক্ষীণ ভাৱে বাটটো পোহৰাই আছিল। বিশ্বময় অন্ধকাৰৰ লগত অবিৰত ভাৱে যুঁজ দি চাকিটো যেন ভাগৰি পৰিছে।

ধনবৰে মুখৰ ওপৰতে সেইদৰে কথাষাৰ কোৱাত ভদায়ে বৰ লাজ পাই চাৰিআলিতে অলপ ৰৈ আন কথা উলিযাবলৈ ধৰিলে—

"তুমি বাৰু ভূত বিশ্বাস কৰানে ধনবৰ ?"

"কিয নকৰিম।"

"তোমাৰ বাৰু এতিযা অকলৈ যাবলৈ ভয নেলাগিবনে ?"

"কিহৰ ভয . মোৰ অশৰীৰি ভূততকৈ শৰীৰি মানুহলৈহে বেচি ভয লাগে। কাৰণ ভূতেপালে জাৰিফুকি ভাল কৰিব পাৰি, কিন্তু মানুহৰ চকুপৰিলেতো ৰক্ষা নাই।"

"এৰা থিকেই কৈছা। মানুহে মানুহৰ যিমান অপকাৰ কৰিব পাৰে আন একোৱেই সিমান নোৱাৰে। .....মানুহৰ আচল শত্ৰু মানুহেই হে . .. অ' আৰু এটা কথা। তন্নশ্যামে গাওঁভ্ৰমণ কৰিবৰ কাৰনে মোকো লগ লৈছে। যদি তুমিও ওলোৱা ভালেই হয।"

"মইতো নোৱাৰিম ভদায়। কাৰন কালিলৈ ৰাতিপুৱাই মই ঘৰলৈ যামগৈ। যদি আমাৰ সেই ফালেই যোৱা তেন্তে আমাৰ ঘৰতে থকা-মেলাৰ দিহা মই কৰিব পাৰিম। অৱশ্যে মোৰ ঘৰ পাওঁতে দুদিন মান বেলি হব পাৰে। কাৰন যাওঁতে বাটতে পিতাইৰ সখীয়েক মনপুৰ আতৈৰ ঘৰত সোমাই যাম বুলি ভাবিছোঁ।

"একো কথা নাই, আমিও এমাহ মানৰ পাছতহে সেইখিনি ওলামগৈ।"

"বহুত ৰাতিহল, এতিয়া তেন্তে যোৱাহেঁ।"

"বাৰু "

———

## তৃতীয় অধ্যায়

—-:*:-—

পিছ দিনা ৰাতিপুৱা ৰ'দ উথাৰ লগে লগে ধনবৰ গাওঁমুৱা হল। আগদিনা ৰাতি দেখাৰসাৰে ৰৰষুণ দিয়াত সেইদিনা ডাৱৰৰ মুখৰ ৰ'দ বৰ চোকা আছিল।

নগৰৰ পৰা অলপ আঁতৰতে এখন গাওঁ সোমায়েই ধনবৰে দেখিবলৈ পালে জীয়ৰি, ডেকা, এটাইবোৰে উজনীয়া মাছ ধৰিবলৈ পথাৰৰ জান, ডোবা, হোলা আদিত নামি পৰিছে। জীয়ৰিবোৰে জাঁকপাতি কঁকালত একোটাকৈ খালৈ আঁৰিলৈ অলপ বাম পানীত জাকৈ মাৰিছে। ডেকাবোৰৰ কোনোৱে পথাৰৰ আলি কাটি, তাত একোটা থোহা বা চেপা পাতি একেথৰে বৈ আছে, কোনোৱে হোলাত পল' বা জুলুকীবাই থাকোঁতে মাছ সোমোৱাৰ উমান পাই, হাত ভৰাই বৰ ভেকোলা এটা পাইছে আৰু তাকে আনক দেখুৱাই আনন্দ কৰিছে। কোনোৱে বা কেচু বা কুমতী এটা লগাই লৈ দলৰ মাজত বৰষী টোপাই ফুৰিছে।

সুদীৰ্ঘ পথ। ৰ'বৰ সময় নাই। ধনবৰ যাবলৈ ধৰিলে। মাজে মাজে বাটত সি দুই এটা মানুহ লগ পাইছিল কিন্তু এটাইবোৰ অচিনাকি। ক্ৰমে বেলি আহি মূৰৰ ওপৰ পালেহি। অলপো নোবোৱাকৈ একেৰাহে অকলশৰে আহি থাকি ধনবৰৰ বৰ ভাগৰ লাগিলত বাটৰ দাঁতিতে থকা এজোপা গছৰ তলত

থিয় হল। এনেতে দেখিবলৈ পালে যে পথাৰৰ মাজৰ আলি এটাইদি এটা মানুহ সেইফালেই পোনাই আহিব লাগিছে। মানুহটোৱে বৰ ধলং পলং কৈ অহা যেন দেখি তাৰ লগত কথা পাতিবৰ মনেৰে ধনবৰ তাতে বহি পৰিল।

সন্মুখেদি এখন গাৰী এহাল অস্থি-চৰ্ম্মসাৰমাত্ৰ গৰুৱে কোনোমতে টানি নিছে। গাৰীৰ ভিতৰত কেটামান মানুহ বৰ আয়মেৰে বহি কথা পাতি গৈছে। মাজে মাজে সিহঁতৰ হাঁহিৰ খলকনিত আৰু গাৰ ভৰত গাৰীখন উলাৰ হওঁ হওঁ যেন হয়। গাৰীৰ গতিৰ পৰা অনুমান হয় পেতেৰ্ককালে লাগি থকা গৰু দুটাই যেন গৈ থাকোঁতেই শুই পাৰিছে।

"হেৰ গাৰোৱান! খেদা, খেদা। নহলে আৰু বাটতে ৰাতি পুৱাব।" গাৰীৰ ভিতৰৰ পৰাই এটাই মাত লগালে।

গাৰোৱানে হৎ হৎ শব্দ কৰি নেগুৰ পকাই গৰু খেদাবলৈ ধৰিলে কিন্তু তাতো গৰু নোযোৱা যেন দেখি গাত চাবুক মাৰিবলৈ ধৰিলে। তথাপিও গৰুৱে বেগ নিদিয়াত চাবুকৰ মাৰিৰে পিথিত মৰিয়াবলৈ ধৰিলে। গৰুৰ পেটত কিবা আহাৰ পৰিছিল নে নাই তালৈ গাৰোৱানৰ কোনো লক্ষ্য নাছিল। মাত্ৰ যি কোনো উপায়েৰেই তাৰ গন্তব্য স্থানত উপনীত হব পাৰিলেই হয়।........ মাৰৰ কোবত গৰুৰ পিথি মেচা হৈ গৈছে কিন্তু বেগ দিবৰ শক্তি সিহঁতৰ নাছিল। সিহঁত অবশ। কোনোমতে মৃত্যু হলেই যেন সিহঁতে যন্ত্ৰণাৰ পৰা হাত সাৰে। কিন্তু হায়! যিবোৰ সঁচাকৈয়ে দুখীয়া সিহঁতৰ মৃত্যুও সুলভ নহয়।

মানুহটো আহি ধনবৰৰ ওচৰত থিয় হলহি।

"ক'ৰ পৰা আহিছা ককাই।" ধনবৰে সুধিলে। মানুহটোৰ মুখখন শুকান আৰু মনটো বৰ উদ্বিগ্ন। চুৰীয়াখন আধা তিতা অৱস্থাত।

"জিলালৈ গৈছিলোঁ ককাই। কালিয়েই..... ...ঘৰত মোৰ ঘৰমানুহৰ গা বৰ অসুখ আছিল, কিজানি কি হৈছে একো বজিব পৰা নাই। লগত মাথোন সৰু ছোৱালী এজনী। সেই দেখি এই ফালে পথাৰেই পোনাই দিলোঁ, পিছে পথাৰত পানী হল গোটেই তিতিলোঁ"।

মানুহটোৱে চুৰীয়া চেপি লৈ ৰহিল।

"এনে অৱস্থাত জিলালৈনো কিয় গৈছিলা ?"

"কবলৈ গলে কথা বহুত মোৰ দেউতাঁ পাৰোঁতেনো আকৌ বেমাৰী মানুহ এৰি থৈ এইদৰে ঘুৰি ফুৰিচোঁনে। ...আজি তুবছৰে খাজনা শোধাব পৰা নাই। যোৱাবেলিৰ আগৰ বেলি খেতি পানীয়ে মাৰিলে। যোৱা বেলিও জ্বৰ পৰি খেতি কৰিব নোৱাৰিলোঁ। এতিয়া সিদিনা চ'ৰতে খাজনাৰ বাবদ কাঁহী বাতি কেদোখৰ আৰু গৰুজনী কোৰোক দি নিলে। কিনিবলৈ সমৰ্থ নাই ককাই! কলপাত কাটি ভাত খাইচোঁ। এতিয়া আকৌ 'চমন' আহিছে যে খাজনা আদায় নকৰিলে পোন্ধৰ দিনৰ ভিতৰতে ঘৰমাটি নিলামত দিব। ইফালে আকৌ মোৰ ছোৱালীজনীৰ মাকৰ আজি এসপ্তাহ বৰ জ্বৰ—একেবাৰে ভ্ৰম। কি কৰিম, কি নকৰিম একো উপায়

নেপাই কালি আমাৰ মৌজাদাৰ দেউতাৰ তালৈ গলোঁগৈ. বোলোঁ পাৰোঁ যদি হাতে ভৰিয়ে ধৰি কোনোমতে এইবাৰলৈ ঘৰটোকে ৰখাওঁ গৈ"।

"পিছে মৌজাদাৰে কি ক'লে?"

"শিল পমিলেও মৌজাদাৰ নপমে ককাই। কিনোকম...... সকলো মোৰে ভাগ্য" সি কপাল ভুকুৰাবলৈ ধৰে।

"মৌজাদাৰে তোমাক একো উপায়ো নিদিলেনে?"

"উপায়নো কি দিব......... তেওঁৰ তাত হেনো বনকৰা মানুহ নাই, মোৰ ছোৱালীজনী থবলৈ কৈছিলে........ তুমিয়েই বাৰু কোৱঁাছোন ককাই! মাকৰ বুকু চিৰি অকলশৰীয়া ছোৱালীজনি মই কেনেকৈ দিওঁগৈ" খং আৰু ঘৃণাত মানুহটোৰ চকুহুটা ৰঙা হৈ উথে।

"হয়। যদি মোৰ লৰাটো থাকিল হেতেন ... ....কৰলৈ বুকু ফাটি যাই ককাই! এনে হেন সোণামুৰা লৰাটো...... . এতিয়াও চকুৰ আগত দেখি থাকোঁ। ...... .তাকো ঈশ্বৰে নসহিলে"। সি কান্দিবৰ চেষ্টা কৰে কিন্তু কান্দোন নোলাই। "ইফালে ঘৰত দেৱাই নাই, পানী নাই, মানুহজনীৰ বা কি হৈছে।"

"বেজাৰ নকৰিবা ককাই! ঈশ্বৰে ৰক্ষা কৰিব"।

"নাই, নাই, মই ঈশ্বৰত বিশ্বাস নকৰোঁ। বেদ পুৰাণ সকলো মিছা। তুখীয়াৰ বিননিয়েই যদি মাৰ নেযাই তেন্তে ঈশ্বৰ ক'ত?... . ...আছে যদিও তেওঁ বহুত দূৰত, আমাৰ

বিননী তেঁও শুনিবলৈ নেপাই। আৰু শুনে যদিও আমি দুখীয়া কাৰণে হয়তো কান নিদিয়ে।"

মানুহটো ঘপ কৰি যাবলৈ উথে।

"যাওঁ ককাই। দায় দোষ নধৰিব। চিনি নেপাও জানি নেপাওঁ তথাপি কথাবোৰ ক'লোঁ, কাৰন কাৰবাক কলেই বুকুখন পাতল যেন পাওঁ।"

মানুহটো আকৌ পথাৰেদি গুছি গলগৈ। ধনবৰে কিছুপৰ চাই থাকি পুনৰ যাবলৈ ধৰিলে।........মনত এটা উত্তৰ হীন প্ৰশ্ন —ঈশ্বৰ আছেনে নাই ?"

আৰু এইদৰেই মানুহে ঈশ্বৰৰ করুণা আৰু মানুহৰ প্ৰেমৰ পৰাও বঞ্চিত হৈ সংসাৰৰ জ্বালা-যন্ত্ৰণাত ভাজি-পুৰি জ্ঞানশূন্য হৈ পৰে। আৰু কেতিযাবা দুৰ্ব্বল গুনে অন্তৰত নিয়তিৰ নিৰ্ম্মম আঘাট সহ্য কৰাৰ দেওনা পাৰ হৈ সিহঁতে চিঞৰি উথে...... ঈশ্বৰ নাই, ঈশ্বৰ নাই। ......কিন্তু তথাপি এজন ঈশ্বৰ আছে যি ওপৰৰ স্বৰ্গ আৰু তলৰ নৰক সকলোতে সমানে প্ৰকাশ পাব লাগিছে।

বিয়লিপৰত ধনবৰ যেতিয়া মনপুৰ আতৈৰ ঘৰ পালেহি তেতিয়া ৰতনীয়ে বাহিৰতে চোতাল সাৰি আছিল। নঙলামুখ পায়েই ধনবৰে ৰতনীক দেখি জেঠমহীয়া ৰ'দটো মূৰতলৈ দিনৰ দিনটো খোজকঢ়া ভাগৰ ক্ষন্তেকতে পাহৰি গল। তাইৰ সুন্দৰ চেহেৰা, সুথাম দেহ দৰ্শনত ধনবৰৰ গাত অজ্ঞাত ভাৱতেই বিজুলী সঞ্চাৰ হল আৰু কিঙ্কৰ্ত্তব্যবিমূঢ় হৈ একেঠাইতে বৈ

থাকিল। ৰতনীয়ে ঘুৰি চাই নঙলামুখত বৈ এটা অচিনাকি ডেকাই তাইৰ ফালে একেৰাহে চাই থকা দেখি, চকু ঘোপা কৰি উথিল কিন্তু যেতিয়া ধনবৰৰ চকুৱে চকুৱে পৰিল তেতিয়া মিচিকিয়াই হাঁহি, ৰিহাৰ আগটো দাঁতৰে কামুৰি লৈ তলমূৰ কৰি আকৌ ঠাই সাৰিবলৈ ধৰিলে। লাজত তাইৰ কান মুখ ৰঙা হৈ উথিল। মুহূৰ্ত্তৰ কাৰনে চাৰিচকুৰ মিলন হল কিন্তু তাতেই যেন দুয়ো দুয়োকো আদৰি ললে।

অলপ সময়ৰ পাছত ধনবৰে কোনোমতে নিজক চম্ভালি লৈ থকা বকা মাতেৰে সুধিলে—"আতৈ ঘৰত আছে জানো ?"

ৰতনীয়েও আধাৰ্কপা মাতেৰে উত্তৰ দিলে—"আছে······ ভিতৰত।" আৰু ততাতৈয়াকৈ ভিতৰলৈ সোমাই গল।

কিছুপৰৰ পাছত মনপুৰ আতৈ ওলাই আহি ধনবৰক চিনি পাই সাৰতি ধৰি ভিতৰলৈ লৈ গল। ভিতৰত বহুৱাই লৈ আতৈয়ে নানা ৰকমৰ খবৰ-বাতৰি সুধি ধনবৰক ব্যতিব্যস্ত কৰি তুলিলে—"বোপাই তই কেনেকৈ ওলালিহি ?······বাটত কিবা অসুবিধা হৈছিলনেকি ?······এৰা আজি ৰাতিপুৱাই চোতালৰ কাপোৰ মেলা দাঁৰ ডালতে পৰি কাউৰীজনীয়ে ইমান কৈ খাই আছিল······মই জানিছিলোঁৱেই আজি কোনোৱা আহিব'বুলি······মাৰৰ গা ভালনে ? অফলিজনী চাগৈ এতিয়া গাভৰু হব পাই······"।

এটাইবোৰ প্ৰশ্ন আতৈয়ে একেবাৰতে সুধি পেলালে ধনবৰেও যিমান পাৰে উত্তৰ দি গল।

"হেৰ বজো! মাৰক কচোন ধনবৰ ককাইতিয়েৰ আহিচে বুলি, জ.-জলপান কি অ হে দিয়ক··· ··বজৌৰে বোধ কৰোঁ তোক চিনি:ক নেপাই·· ··কেনেকৈনো পাব, কেতিয়াবা দেখিলেহে।······বুজিছ ধনবৰ! আহি গৈ নেথাকিলে মহেঁহেই মহঁক চিনি নোপোৱা হয়। আকৌ সেইদৰে অহা যোৱা কৰি থাকিলে পৰেই আপোন হয়। ···· পিতাৰ থাকোঁতে ১৬।১৭ মাইল দূৰত থকাতো আমাৰে তহঁতৰে কেনে সম্বন্ধ আছিল তাক জানই দেখোন। এতিযা তেও ধুকুৰাৰ লগে লগে তহঁতেও আহিবলৈ এৰিলি। মইনো বাৰু বুঢা দেহেৰে কিমান লৰিম"।

মনপুৰ আতৈয়ে তেঁওৰ বাওঁহাতৰ মাজৰ আঙুলিটোৰে সৈতে দাঁতৰ আনুত লাগি থকা তামোলবোৰ এৰুৱাই আনি, দাঁতত পেলাই দিলে, আৰু পাছত আঙুলীত কেনেবাকৈ তামোল লাগি ৰল বুলি তাকো বৰ তৃপ্তিৰে চুপি চুপি কলে—"আই অ' ৰতনী। এই চাহৰ দেগটোকে জুইৰ ওপৰত তুলি দেহিছোন; লৰাটোৰ মুখখন গোটেই শুকাই আহিছে। মাৰ হবলা গা ধুবলৈ গল?

ৰতনীৰ নামত ধনবৰৰ মনত আকৌ ওখল-মাখল লাগিল।

আহোঁ নাহোঁ কৰি বহুত পৰৰ মূৰত ৰতনী ওলাই আহি চাহ কৰাত লাগিল আৰু খৰিবোৰকে লিৰিকি বিদালি কোনো-মতে সময় নিয়াবলৈ ধৰিলে। সেই সময়ত তাইৰ মনৰ ভাৱ প্ৰকাশ কৰা বৰ টান কিন্তু ধনবৰৰ পিপাসিত চকুৱে আকণ্ঠভৰি তাইৰ ৰূপমাধুৰি পান কৰিবলৈ ধৰিলে। সেই সময় কনৰ

ভিতৰতে তাৰ মনত কত ৰকমৰ ভাৱৰ উদয় হল –"এইজনী কাৰ ছোৱালী .....মনপুৰ আতৈৰ জীয়েক হোৱাতো সম্ভৱ জানো ?......যদি হয় .. . " তাৰ মন জয় পৰি যাব খোজে। আকাশৰ পূৰ্ণচন্দ্ৰক কৰবাৰ ক'লা ডাৱৰ এচতাই ঢাকি ধৰি গোটেই পৃথিৱীকে অন্ধকাৰত ডুবাই ৰাখিব খোজে—"যদি নহয়... .." । আশাত তাৰ মন জিলিকি উঠে। জোনৰ ওপৰৰ পৰা উৰি ফুৰা ডাৱৰ পাৰ হৈ যাই।

মনপুৰ আতৈয়ে ধনবৰক লক্ষ্য কৰি তাৰ মনৰ ভাৱ বুজিব পাৰি ক'লে—"সেই জনী বোপাই মোৰেই ছোৱালী। .. জন্ম নিদিলোঁ কি হল। কেচুৱাতে পৰা তুলিতালি ডাঙৰ দীঘল কৰিছোঁ যেতিয়া মোৰেই ছোৱালী নহয়নে কাৰ ?" ৰত্নীয়ে চাহ বাকিবলৈ বাতি অনাৰ সুবিধা লৈ উঠি গুছি গল।

আতৈৰ কথাত ধনবৰে সুবিধা পাই ৰত্নীৰ সকলো আতি গুৰি সুধি পেলালে। .. তেতিয়াৰে পৰা আজি কেইদিন মান ধনবৰ আতৈৰ ঘৰতে আছে। ইতিমধ্যেই ৰত্নীৰ লগত তাৰ বন্ধুতা ভালদৰে গঢ়ি উঠিছে। ধনবৰে কেতিয়াবা গাৱঁত ঘূৰি-পকি, কেতিয়াবা বজোৰৰ লগত ধেমালি কৰি সময় কটাই, কেতিয়াবা অকলে বহি ভাৱে— কিয় সি ৰত্নীক ইমানকৈ ভাল পাই ? তাইক চাই চাই তাৰ হেপাহ নুগুছে চায়েই থাকে অথচ কেতিয়াবা অলপ পৰ নেদেখিলেই তাৰ মন বলীয়া হব খোজে—কি মাদকতা সনা আছে তাইৰ চকুজুৰীত—তাই ইমান নিৰীহ অথচ ইমান ধুনীয়া .. . ।

নবযৌবনৰ প্ৰথম সোনালি পুৱাতে ৰতনীয়েও দেখা পালে ধনবৰক। ধনবৰে লগত যি চাতি বসন্তৰ বা লৈ আহিছিল সেয়েই ৰতনীৰ প্ৰত্যেক অনুভূতিকে উন্মাদ কৰি তুলিলে। ধনবৰৰ আগমনত তাইৰ মনপ্ৰাণ অস্থিৰ হৈ উঠিল। পৃথিবীৰ গুপ্ত-সৌন্দৰ্য্য আজি তাইৰ কাৰণে জাগ্ৰত হল। তাই ভাৱে—লাহৰ ডেকা ধনবৰ সুন্দৰ, আকাশ সুন্দৰ, তৰাবোৰ সুন্দৰ, আগতকৈ বঢ়োলৈও এতিয়া বেচিকৈ মৰম লাগে। যিহকেই তাই দেখে সকলোৱেই সুন্দৰ যেতিয়া তাই নিজেওটো অসুন্দৰ হৈ থাকিব নোৱাৰে। সেইদেখি এতিয়া তাই নিজৰ সৌন্দৰ্য্য সাধনাত মন দিলে। ......তাইৰ গা উত্ৰাৱল হল; কাম কৰি কৰি তাইৰ ভাগৰ নেলাগে। দাপোনত মুখ চাই চাই আমনি নেপাই; কাপোৰ কানিয়ে তাইৰ লাহ ঝুম্জুৰাই. ...। মুঠতে নতুন বন্ধুৰ আগমনত আপোনাক নতুন ভাৱে প্ৰকাশ কৰিবৰ কাৰণে তাইৰ চেষ্টা হল মাথোন নিজকে নতুন কৰি সৃষ্টি কৰিবলৈ।

এদিন ধনবৰে গাওঁত ফুৰি উভতি আহোঁতে বাটৰ গছ এজোপাৰ পৰা বৰ কষ্টেৰে এপাহ কপৌ ফুল পাৰি ৰতনীৰ কাৰণে বৰ সযতনে হাতত ওলোমাই লৈ আহিছিল আৰু ভাবি আহিছিল কি উপায়েৰে ৰতনীক ফুলপাহ দিব পাৰে।

কপৌ ফুলৰ সংস্পৰ্শত তাইৰ ৰূপ দুগুণে ফুটি উঠিব……তাৰ মন আকুল হল। বজৌ বৰ দুষ্ট। ধনবৰ আৰু ৰতনীক আমনী কৰাতেই সি সদাই ব্যস্ত। সি দেখিলোতো ফুল পাহ নোলোৱাকৈ নেৰে। যি কি নহওক ঘৰত প্ৰথমতে বজৌৱে ধনবৰক ফুল অনা দেখিয়েই উপযাচি কলে—'মই বাইটিক মাতি আনোগৈ দেই।" ধনবৰে ভাবিলে যে সি বজৌক যিমান দুষ্ট বুলি ভাবিছিল হয়তো সিমান নহয়। মানুহৰ অন্তৰ বুজিবৰ তাৰো শক্তি আছে। কিন্তু এই কথাৰ সত্যতা প্ৰমানত বেচি পৰ নেলাগিল। বজৌৱে বায়েকক মাতিবলৈ গই মনে মনে ঘুৰি আহি ধনবৰৰ পাছ ফালৰ পৰা ফুলপাহ থাপমাৰি নি আলিবাটলৈ লৰ দিলে। ধনবৰ বৰ ক্ষুব্ধ হল। তাৰ মনৰ আশা মনতে মাৰ গল। কপৌ ফুল মেৰোৱা ৰতনীৰ বেণী খোপা সি দেখিবলৈ নেপালে। অলক্ষত ৰতনীয়ে কাণ্ড দেখি মাথোন হাঁহিলে—"

আতৈয়নী বৰ হুঁচিয়াৰ মানুহ। "তেও ঘৰৰ পিৰালিত বহি থকাৰ পৰাই সকলো কথাৰ তলক কৰি থাকে। তেঁওক আৰ বেৰ কৰি যেয়েই যিমানে কিবা কাম কৰিবৰ চেষ্টা কৰক, তাৰ সম্ভেদ তেঁও পাবই। আকাশৰ জোন, বেলিৰ দৰে তেঁওৰ চকুদুটা ঘৰৰ ভিতৰ, বাহিৰ সকলোতে সমানে প্ৰকাশ পাই। তেঁও বৰকৈ ওলাই সোমাই ঘুৰিও নুফুৰে। বেচিভাগ সময় পীৰালিত বহি, তলমূৰকৈ চাউলৰ ধান বাচে নাইবা আন কামকে কৰি থাকে। সংসাৰত কি হৈছে নহৈছে তাৰ ভূ-ভা দেখাত তেঁও একো নেজানে আৰু জানিবৰো চেষ্টা নকৰে। মুখেৰেও

ৰৰকৈ কৈ মেলি নেথাকে কিন্তু ঠাইতে ৰহি সকলো তলক কৰি থাকে।

ধনবৰ আৰু ৰতনীৰ মাজত মিলাপ্ৰিতি সংসাৰৰ চকুৰ আঁৰত হলেও আঁতৈয়নীয়ে নজনাকৈ থকা নাছিল। ডেকা-গাভৰুৰ মাজত ভাবৰ ইমান সমিল-মিল তেঁও একেবাৰে পছন্দ নকৰিছিল—। যদিও সিহঁতৰ ভাব-গতি দেখি তেঁও বিশেষ একো কোৱা নাছিল, তথাপি তাৰ আগ-গুৰি ভাল কৰি লক্ষ্য কৰি আছিল। ···· ডেকা-গাভৰুক ইমান স্বাধীনতা দিয়া ভাল নহয ·····পাছত ডুবিবলৈ থল নোলাব ·· ··ইত্যাদি কথা কৈ ধনবৰক-সোণকালে ঘৰলৈ পথিযাই দিবৰ কাৰনে অৱশ্যে এদিন তেঁও আতৈক কৈছিল। কিন্তু আতৈকাই হৈচে তোলাৰ ভাই মোলা। তেঁও ইমানবোৰ কথাৰ একো গম নেৰাখে। আৰু সেই দেখি ধনবৰ-ৰতনীৰ মিলাপ্ৰিতিটো কিবা বিশেষত্ব আছে বুলি নেভাবিলে। ·····ডুদিনলৈ আহিছে লৰাটো······আনন্দৰে থাকি ঘৰলৈ যাবগৈ · ·· এয়েই তেওৰ ভাৱ। ·· ·· ৰাতিপুৱা গধূলী থিক সময়ত কানি কন পালে, ডুবেলা ডুমূঠি যিহকে পাই তাকে খাই—হৰিনাম কীৰ্ত্তন কৰি আতৈ কায়ে দিন কটাই দিব পাৰে।

আন এদিন ধনবৰ ফুৰি আহি দেখে যে ঘৰত আতৈ আতৈয়নী কেৱেই নাই। তেওঁলোক ডুয়ো ডুপৰতে ঘাই-বই-উঠি গাওঁ ফুৰিবলৈ গল। ৰতনীয়ে পাছ চোতালত তাতবৈ আছিল। ধনবৰ লাহে লাহে গই তাইৰ সমুখত থিয় হলগৈ।

"ধনবৰ তুমি কলৈ গৈছিলা ?"

"অলপ মান ফুৰি আহিলোঁগৈ ৰতনী !—তুমিনো সেইবোৰ কি কৰিছা ?"

ৰতনীয়ে পাতৰ চাদৰ এখনৰ আগত ফুলবাচি আছিল।

"ফুল বাচিছো"

"কি ফুল ?"

"নাহৰ" ৰতনীয়ে তন্ময় কৰিয়েই উত্তৰ দিলে।

"মইতো নাহৰ ফুল ভাল নেপাওঁ……মই ভাল পাওঁ গোলাপ, তগৰ……।' ধনবৰে হাঁহি হাঁহি কলে।

ৰতনীয়ে বৰ বিস্ময় ভাবেৰে এবাৰ ধনবৰলৈ চালে। তাৰ-পাছত বেজাৰত কন্দনাসুৰা হে ভাতৰ পৰা এটা এটাকৈ ফুলৰ চিৰিবোৰ সোলোকাবলৈ ধৰিলে—।

"সেইবোৰ সোলোকাইছা কেলেই ?" ধনবৰে সুধিলে।

"ফুলত কেনা লাগিল"।

"তেন্তে ?"

"আকৌ নতুনকৈ ফুলবাচিব লাগিব" তাৰ পাছত ধনবৰলৈ চাই বৰ দুখেৰে সেতে কলে "ধনবৰ ! মোক বস্তু এটা আনি দিব পাৰিবানে ?"

"কি বস্তু ?"

"এপাহ ফুল—পাৰিবানে ?"

"কি ফুল ?"

"তগৰ।"

ধনবৰৰ কথা বুজিবলৈ বাকী নেথাকিল। সি মাথোন মনতে কৈ উথিল—"তাই ইমান আৰ্জলী, অথচ তাই মোক ইমানেই ভাল পাই।"

সেইদিনা ৰাতি ধনবৰে বিছনাত পৰি আকাশ-পাতাল ভাবি আছিল। বাহিৰত ফৰিং ফুটা জোনাক। বেৰৰ জোলোঙাইদি বাহিৰৰ জোনাক সৰকিগৈ ভিতৰতো পৰিছিল। বহুত পৰৰ মূৰত ধনবৰৰ চিলমিল্‌কৈ টোপনি আহিছে মাথোন। এনেতে শুনিবলৈ পালে এটা দৃঢ় অথচ মৰম সনা মাত—"ধনবৰ।"

ধনবৰ গিৰ্ৰীস্ কৰে বিছনাৰ পৰা উথিল আৰু দুৱাৰ মেলি দেখে যে বাহিৰত ৰতনী ৰৈ আছে। ৰাতি ইমান পৰত তাৰ কোথাৰ দুৱাৰ মুখত ৰতনী সেইদৰে ৰৈ থকাত সি বৰ আচৰিত হল আৰু ওচৰ চাপি গৈ বৰ আথে-বেথে সুধিলে—"কি হল ৰতনী?"

উত্তৰত ৰতনীয়ে মুখত আঙুলী দি ধনবৰক মনে মনে থাকিবলৈ কৈ হাতেৰে তাক বাহিৰৈল আহিবলৈ ইঙ্গিত দিলে। ধনবৰেও মন্ত্ৰমুগ্ধ হৈ তাইৰ পাছে পাছে বাহিৰলৈ ওলাই আহিল।

চোতালত ধনবৰ বৰ অধৈৰ্য্য হৈ ৰতনীৰ হাত এখন জোৰেৰে ধৰি লৈ পুনৰ সুধিলে—"কি হৈছে কোৱাঁ ৰতনী!"

"একো হোৱা নাই ধনবৰ!······ এতিয়ালৈকে টোপনি অহা নাই। কিবা-কিবি ভাৱ বোৰ আহি আচে। বিছনাত

পৰি পৰি আমনি লাগিলত তুমি শুলানে নাই চাবলৈ গুলাই আহিলোঁ”।

“মোৰো বহুত পৰলৈকে ঢোপনি অহা নাচিল। তুমি মাতোতে মই সাৰেই আছিলোঁ—এতিয়া কি কৰোঁ ?”

“বৰ জোনাক হৈচে। সৌ বিলৰ পাৰলৈকে যাওঁ বলা।”

ধনবৰে আপত্তি নকৰিলে। ঘৰৰ ওচৰতে এখন বিল আছিল, দুয়ো তাৰ পাৰলৈ খোজ ললে। গাঁৱৰ মানুহবোৰে বেলি পৰাৰ লগে লগে এমুঠি খাই সন্ধিয়াতে শুই পৰে। সেই দেখি সিহঁতে বাজত কোনো মানুহ লগ নেপালে। গোটেই খন নিজান জান। দৰত থকা হাবিৰ মাজৰ নেবাযা ফুলৰ সৌৰভেৰে বিলৰ পাৰ তেতিয়াও আমোল মোল’—নিজম ৰাতি বিলৰ পাৰত কিছুপৰ হাত ধৰাধৰিকৈ ফুৰি সিহঁতৰ ভাল নেলাগিল। অলপ আঁতৰতে পানীৰ ঘৰ্‌লীত এখন নাও বন্ধা আছিল। নাও খেলাবৰ মনেৰে সিহঁত দুয়ো গৈ তাত উঠিলগৈ। ……প্ৰকৃতিৰ লিলানিকেতন গাঁৱত, তেওঁৰেই প্ৰতিপালিত দুটি সন্তানক আজি দুয়ো দুয়োলৈকে হিয়াৰ দুৱাৰ মুকলি কৰি দিবলৈ প্ৰকৃতিয়ে নিজেই সকলো সুবিধা কৰি দিছে—কিন্তু, চিৰন্তন কামনাৰ উচ্ছাস, সেই দুখনি প্ৰেমীক প্ৰেমীকাৰ হৃদয় জোৰা লগাব পাৰিব জানোঁ ?

ৰাতি দিন যেন জোনাক। বিলখন বৰ আহল-বহল। বহুত দূৰলৈকে পানী বিস্তৃত হৈ আছিল। পানীৰ কোনো ঠাইত একোখন ডাওৰ পদুমনী, কোনোঠাইত ডাথ তৰানি।

ধনবৰে, বৰ সাৱধানে নিচেই পাৰে পাৰে নাও চলাবলৈ ধৰিলে। বিলৰ পাৰে পাৰে ডাঙৰ গছ আছিল। ৰাতি সেইবোৰ সৰু সৰু পাহাৰৰ নিচিনা দেখা গৈছিল। ৰাতিৰ গভীৰতাত ক'তো একো শব্দ শুনিবলৈ নাই। মাথোন মাজে মাজে বিলত চ'ৰি থকা দুই এটা বনৰীয়া চৰাইৰ মাত আৰু পানীত বঠা মৰাৰ খলপ · · খালাপ শব্দ। নাৱঁৰ এমূৰত বহি ধনবীৰে বঠা মাৰিগৈছিল আৰু আন মূৰত ৰত্নী নিশব্দে বহি আছিল। বহুত পৰ কথা নপতাকৈ আকি শেষত ধনবৰে মাতিলে—

"ৰত্না!"

"কি ?"

"ওচৰলৈ আহা।"

ৰত্নীয়ে নাৱৰ বাওত দুইহাতে ধৰি ধৰি আহি ধনবৰৰ ওচৰত বহিলহি।

"সৌ তৰাগছবোৰ চোৱাঁছোন, কেনেকুৱা এখন হাবিৰ নচিনা দেখা গৈছে—" ধনবৰে দূৰলৈ আঙুলীয়াই দেখুৱাই কলে।

ৰত্নীয়ে কোনো উত্তৰ নিদিলে, মাথোন চুপে চাপে বহি থাকিল।

নাওখন লাহে লাহে গই এখন পদুমনীৰ ওচৰ চাপিল। তাত কতুমান বনৰীয়া ৰাজ-হাঁহে-ৰাতিৰ নিজঙ্গালত—নিশ্চিন্ত মনে চ'ৰি আছিল। কিন্তু ওচৰতে এতিয়া মানুহ দেখি হঠাৎ পানীত ধৰকৈ জপ্ জাপ্ শব্দ কৰি বহুত দূৰলৈ উৰি গল। ৰত্নীয়ে

বৰ ভয় খাই ধনবৰক সাৰতি ধৰিলে। নাৱে তুলং বুলুং কৰিবলৈ ধৰিলে।—পাছত ধনবৰে হাঁহ বুলি বুজাই কোৱাত ৰতনীৰ ভয় ভাগিল। কিন্তু আঁতৰি বহিবলৈ তাই সাহ নকৰিলে। ধনবৰৰ আঠুৰ ওপৰতে মুৰ থৈ তাই বহি থাকিল। ধনবৰে বঠা মাৰিবলৈ এৰি তাইৰ মৰত হাত বুলাই কলে।—

"সৌৱা নিলা আকাশত চোৰাঁছোন ৰতনী! জোনাবায়ে ডাৱৰ বোৰৰ লগত কেনেকৈ লুকাভাকু খেলিছে। · · পোহৰ আৰু এন্ধাৰ, এন্ধাৰ আৰু পোহৰ, আকৌ তাৰ মাজে মাজে তৰাবোৰে ইঠাইৰ পৰা সিঠাইলৈ জপিযাই খেমালি কৰি ফুৰিছে। বৰ ভাল লাগে নহয় নে ৰাতি এই বোৰ চাই থাকিবলৈ?"

এইবাৰো ৰতনীৰ কোনো উত্তৰ নাই। কিন্তু তাইৰ অন্তৰৰ বেদনা নিসৃত তপত চকুপানীয়ে ধনবৰৰ আঠ তিতি গৈছে। ধনবৰে জানিব পাৰি হাতেৰে তাইৰ মৰটো দাঙিলৈ সুধিলে—

"তুমি কি অতপৰ মনে মনে কান্দি আছা ৰতনী?"—

"কন্দা নাই ধনবৰ! চকুত কিবা পোক এটা সোমাল"—তাই অলপপৰ চকু মোহাৰি থাকি হঠাৎ ধনবৰক সুধিলে।

"ধনবৰ! তুমি কেতিয়াকৈ যাবা?"

"মই সোনকালে আকৌ আহিম ৰতনা! বহুতদিন ঘৰৰ কোনো খবৰ পোৱা নাই··· ·কালিলৈ ৰাতিপুৱাই যাম বুলি সকলো থিক কৰিলোঁ।"।

ৰতনীয়ে একো নেমাতিলে। এচাতি চেচা বতাহ সিহঁতৰ গাৰ ওপৰেদি বৈগল। থান্দা লাগিলত ধনবৰে নাও ঘুৰাই

ললে। ……ৰাতি তেতিয়া চতুৰ্থ প্ৰহৰ। দশমীৰ জোন বিলৰ পানীত লাহে লাহে ডুব গইছে। ……নাও আহি পাৰত লাগিল। ধনবৰৰ জাৰ লগা যেন দেখি ৰতনীয়ে নিজৰ গাৰ চেলেং খন তাক গাত লবলৈ দিলে। বাটত কোনেও একো কথা নকলে। ঘৰলৈ আহি দুয়ো নিঃশব্দে শুই পৰিল।

ধনবৰ পিছদিনা ৰাতিপুৱাই যাবলৈ ওলাল। আতৈ আতৈয়নীৰ পৰা আগদিনাই বিদায় লৈ থৈছিল। তাৰ যৎ-সামান্য বস্তু কেইটা বান্ধি এটা তোপোলা কৰিলে। সকলো শেষ হল, এতিয়া মাথোন ওলাই গলেই হয়। কিন্তু তথাপি সি ওলাই যাব পৰানাই। সি যেন কিবা এটা ডাঙৰ বস্তু লবলৈ পাহৰি গৈছে।

"যদি ৰতনীক এবাৰ দেখা পালোঁহেতেন" সি বৰ—আনমনা হৈ ভাবিবলৈ ধৰিলে—"তাই এতিয়াও শুইয়েই আছে… .. জগাই বা দিওঁগৈ কেনেকৈ। অৰণ্যে আৰু অলপ পাছতে উঠিব ……ইফালে আৰু বেলি কৰাতোও সম্ভৱপৰ নহয় .. . কালি ৰাতিতে উঠি যাম বুলি কৈছিলোঁ।……আতৈ আতৈয়নীয়ে আকৌ দেখিলে বা কি ভাবিব… . কি জানি শুই উঠি তাই পুখৰীলৈ গ'ল"—

ধনবৰে ঘূৰি পুখুৰীলৈ যাব খোজোতেই দেখিলে যে ৰতনীয়ে দুৱাৰ মুখতে থিয় হৈ নিৰ্ণিমেষ নেত্ৰে তাৰ ফালে চাই আছে। তাইৰ জ্যোতিহীন চকুহুটা বহলকৈ মেলি, তাৰ প্ৰত্যেক কথা-টোকেই যেন লক্ষ্য কৰিছে। তাইৰ আউল-বাউল চুলি বোৰে

আজি মুক্ত অৱস্থা পাই, গালে, মুখে বাগৰী পৰিছে। শুই থাকোঁতেই সেন্দুৰৰ ফোঁট মোচ খাই গল, নতুনকৈ লোৱা হোৱা নাই। তাইৰ পাতল ওথত্বটা আজি তামোলে ৰঙা কৰি ৰখা নাই ধনবৰে তাইৰ বৈৰাগী ৰূপটো দেখি চ'ক খাই উঠিল।

"ৰতনী।" ধনবৰে মাতিলে আৰু তাইৰ ওচৰ চাপি গল।

ৰতনীয়ে ধনবৰৰ বাউসীত হাতথৈ কলে—

"ধনবৰ। আকৌ কেতিয়াকৈ আহিবা ?"

"মই যিমান পাৰোঁ সোনকালে আহিম ৰতনী।"

"আহিবা ধনবৰ সোণকালে আহিবা..... তোমাৰ বাহিৰে সংসাৰত মোৰ আৰু কোনোৱেই নাই" তাই ধনবৰৰ মুখৰ ফালে মুখ তুলি চাই ৰ'ল।

ৰতনীৰ প্ৰত্যেক কথাটোৱেই ধনবৰৰ—অন্তৰত একোটা দ'সাচ বহুৱাই গৈছিল। বিদায় পৰত সি ৰতনীৰ সেন্দুৰীয়া গালত এটি চুমা আঁকি দি ওলাই গল।

কিছুদূৰ যোৱাৰ পাছত ধনবৰে আলিৰ কেকুৰীটোৰ পৰা ঘুৰি চালেগৈ। আৰু ৰিনিকি, ৰিনিকি দেখিবলৈ পালে ঘৰৰ নঙলা মুখত একেথৰে বৈ থকা এটা মানৱ মুৰ্ত্তি।

( ৩ )

ধনবৰ যোৱাৰ পাছত ৰতনীৰ দিন নেযাই খুপুৱাই যেন হল। আগেয়ে যি গছ, ফুল, আকাশ, জোনাকত এক ৰূপৰ মহৰ দেখিছিল এতিয়া সেইবোৰে তাইৰ মন আকৰ্ষণ কৰিব

নোৱাৰা হল। আকাশ শূন্য, জোনাক অৰ্থহীন। কোনো কামতে তাইৰ মন নবহে। ধনবৰৰ অনুপস্থিতিত সকলো জঁয়পৰি গৈছে। তাইৰ মন উদাস হল। ..ধনবৰ আহিব বুলি কতদিন বাটলৈ চাই বৈ আছে কিন্তু ক'তা সিটো এতিয়াও অহা নাই।

দিন যাবলৈ ধৰিলে। কিছুদিনৰ পিছত কেইবা জোৰাও মানুহ আহি আতৈক ৰতনীৰ বিয়াৰ কাৰনে ধৰিলেহি। ইয়াৰ ভিতৰতে উল্লেখযোগ্য হৈছে এজন ডেকা——ৰঙাই। ৰঙাইৰ ঘৰ বানমুখত। আতৈৰ ঘৰৰ পৰা প্ৰায় ২৫ মাইল মান উত্তৰলৈ। অলপ দিনৰ ভিতৰতে ৰঙাই একেলেথাৰিয়ে কেইবাবাৰো আতৈৰ ঘৰলৈ অহা-যোৱা কৰিছে। কিন্তু আতৈয়ে তাক এতিয়ালৈকে একো থাতাং দিয়া নাই। আতৈয়নীৰ হলে ৰঙাইত সম্পূৰ্ণ মন খাইছে আৰু সেইগুনে তাক অলপ আশাও দিছে।

এদিন গধূলী জুহালৰ গুৰিত বহি আতৈয়নীয়ে আতৈক কলে—"পিচে ছোৱালীজনীৰ কাৰনে কি থিক কৰিছে......বিয়া দিবৰ হল যেতিয়া সোণকালে দি দিয়াই ভাল। লোকৰ বস্তু বেচিদিন ৰাখিতো একো লাভ নাই।"

"থিক কৰিবলৈ আৰু কিটো আছে; সকলো হৈয়েই আছে।" আতৈয়ে হাততে তামোল চকলীয়াই থাকি উত্তৰ দিলে —"খেতিটো উথক, লাহে, ধীৰে বিয়াখন দিব লাগে।"

"সকলো কি থিক হৈছে......আপুনিনো তাইক কালৈ দিবলৈ থিক কৰিছে?"

"কিয়। আমাৰ বান্ধৱ পুতেকলৈ……ঘৰবে লবা বুলিব লাগে আকৌ তাৰোপৰি ৰতনীৰ লগত তাৰ বেচ মিল।"

"কোন বান্ধৱ পুতেক……ধনবৰৰ কথা কৈছে নেকি?" আতৈয়নী বৰ আচৰিত হৈ সুধিলে৭

"আকৌনো কাৰ কথা কম।"

"সেইকথা কেতিয়াও হব নোৱাৰে। মই ধনবৰলৈ ছোৱালী নিদিওঁ।' . . তাৰ আছেই বা কি? ঘৰত নাই খাবলৈ, কোনোমতে টুকভাক্ কৰি দিন নিয়াইছে।" খঙত আতৈয়নীৰ চকু জ্বলি উথিল "কতা বাঘৰ মুখত যোৱাতোৱে মোৰ ঘৰতে এমাহ বধি গল, আকৌ যাবৰ সময়ত ছোৱালীজনীকো কিবা এটা কৰি থৈ গল। নেদেখিছা সি যোৱাৰে পৰা তাই কেনেকৈ ক্ষীণাই, শুকাই গৈছে . আকৌ থিক কৰিছে তালৈকে ছোৱালী দিবলৈ।"

"নহয় বজোৰ মাক। তুমি ভুল বুজিছা। সি দুখিয়া হল কি হল। পুৰুষ যেতিয়া হেনেও একটা খাব। তাৰোপৰি তাৰ ঘৰখন মই আগৰে পৰা জানো।।"

"তেনে কথা হবই নোৱাৰে" আতৈয়নীয়ে আকৌ জোৰকৈ কবলৈ ধৰিলে "সেইটো ৰঙাই নিতো আহিবই লাগিছে। তাৰ ধন সম্পত্তিও বহুত আছে। তাক মই ছোৱালীদিম বুলি কথা দিলোঁৱেই।

ৰাতি বহুত পৰলৈকে কথা চলিল। কোনেও নিজৰ মত এৰিব নোখোজে। লাহে লাহে কথা গৈ তৰ্কাতৰ্কিত পৰিণত

হলগৈ। মীমাংসা একো নহল। খণ্ডত ৰাতি কোনেও ভাত নেখালে। পিছদিনাও দিনটো অশান্তিতে গল। গধূলী আকৌ আতৈয়নীয়ে আতৈক বুজাবলৈ ধৰিলে —

—“ৰঙাই লৰাটো বৰ সৎ স্বভাৱৰ। তাৰ মাটি-বাৰীও যথেষ্ট আছে। ধনবৰ-ৰত্নীৰ মিলাপ্রিতি মাথো তুদিনীয়া। নতুন অৱস্থাত পৰিলে আকৌ পাহৰি যাব। ... ..বিশেষকৈ ৰঙায়ে তুশ কৈ ৰূপ আগতে দিম বুলি গাত লৈছে। . আপুনি কানীযা মানুহ। ধনবৰে ফুটাকড়ি এটাও দিব নোৱাৰে। তুশকৈ ৰূপ থাওকতে পাই এৰি দিলে পাছত পস্তাব লাগিব। গতিকে সকলো কথা ভাবি চোৱা উচিত হব। আৰু এটা কথা। ধনবৰক বা ধনবৰৰ গাৱঁৰ মানুহক এই বিষয়ে একো জানিবলৈ দিব নেলাগে। বিয়া যাতে তুৰন্তে হৈ যাই তাৰ ব্যৱস্থা কৰক।”

হোলাৰ ভাই মোলা আতৈকায়ে কেতিয়াও নিজৰ মততে কাম কৰিব পৰা বিধৰ মানুহ নহয়। আতৈয়নীয়ে যিদৰে বুজাই সেইদৰেই বুজে। ইবাৰো সেয়েই হল। আতৈয়ে আতৈয়নীৰ কথাতে হয়ভৰ দিলে।

সকলো থিকথাক হৈ গল। ......ৰঙায়ে নগৰত মহাজনৰ হাতত ঘৰ-মাটি বন্ধক দি নগদ তুশ ৰূপ আতৈক দিলেহি। ৰত্নীয়ে মনে মনে সকলো কথাৰ গম পাই আছিল। এতিয়া কথা বিষম দেখি তাই প্রমাদ গণিলে। তাইৰ বুকুত শোৰনি উথিল। কিন্তু উপায় যে নাই। তাই মাথোন লুকাই লুকাই কান্দিলে।

"ধনবৰ অহা নাই কিয় ? .....হয়তো সি এইবোৰ একোকে গম পোৱা নাই" তাই অকলশৰে বহি ভাবিবলৈ ধৰে।—"যদি বিলৰ পানীত ডুবি মৰোগৈ......উপযুক্ত প্ৰতিশোধ হ'ব সন্দেহ নাই। ......কিন্তু......চিৰকালৰ কাৰণে ধনবৰক আৰু দেখিবলৈ নেপাম......নহয় মই জীৱনত ধনবৰক আৰু এবাৰ লগ পাবই লাগিব"। তাই অদৃষ্টৰ সোঁতত নিজক উটাইদিলে।

নিৰ্দ্দিষ্ট সময়ত বিয়া হৈ গল। আৰু জীৱনতৰীত একমাত্ৰ সঙ্গিনীৰূপে ৰঙায়ে ৰতনীক লৈগল সংসাৰ-সাগৰত নাওঁ মেলি দিবলৈ।

---

# চতুৰ্থ অধ্যায়

—:*:—

ধনবৰৰ ঘৰ কাতনী গাৱঁত। তাৰ বাপেক মৰা ৪।৫ বছৰ মান হৈছে। ঘৰত, তাৰ বুঢ়ী মাক আৰু ভণীয়েক অফলী। অফলীৰ বিয়াৰ বয়স হৈছে কিন্তু ঘৰৰ অৱস্থা বেয়াগতিকে সেই বিষয়ে কোনও একো মন দিয়া নাই। কেই বছৰ মানৰ আগতে সিহঁতৰ অবস্থা বেচ নদম-বদন আছিল কিন্তু যিদিনাই সিহঁতৰ, ঘৰত সেই স্বাধীনতাহৰণকাৰী, দেশতললৈ নিয়তী, সমাজ আৰু জাতিৰ কলঙ্ক-স্বৰূপ ৰৱৰীহ কানি সোমালেহি, সেইদিনাৰ পৰাই সিহঁতৰ অৱস্থা পৰি আহিল।

প্ৰাই ১০।১২ বছৰৰ আগৰ কথা। ধনবৰ তেতিয়া চেঙেলীয়া লৰা। সকলো শোৱাৰ পাছত এদিনৰাতি ধনবৰৰ বাপেক কৰবাৰ পৰা ধলং পলং কৰি আহি ঘৰ পায়েই বেহুঁচ হৈ পৰিল। ধনবৰৰ মাকে দেখি বিচুৰ্ত্তি মানিলে। অকলশৰীয়ামানুহ, কি-কৰিব, কলৈ যাব ইত্যাদি ভাবি গোটেই বিবুধি হৈ পৰিল। কিছুপৰ মূৰত পানীধলাৰ পাছতো যেতিয়া সোণবৰৰ জ্ঞান নাহিল, তেতিয়া অগত্যা উপায় নেপাই, ধনবৰ আৰু অফলীক টোপনিৰ পৰা জগাই আনি, হাতত এটা জোৰ লগাই দি কলে——"বাটত কোনো ভয় নকৰিবি; তহঁতে তুৰন্তে গৈ মণ্ডলা বেজক-মাতি আনগৈ।"

জোৰৰ পোহৰত, কোনোমতে ভয় ভয় কৰি ককায়েক ভনীয়েক মণ্ডলাৰ ঘৰ পালেগৈ। মণ্ডলাবেজ কানিয়া, আকৌ তাতে অলপ বয়সো হৈছে। প্ৰথম ভাত ঘুমতীত পৰিলে জগাবৰ কাৰো সাধ্য নাই। ধনবৰহঁতে বাজৰ পৰা কিছু পৰ চিঞৰি থকাৰ পাছত বেজে সাৰ পাই চাঙৰ পৰা নামি আহিল কিন্তু ভূতৰ ভয়ত বাহিৰলৈ ওলাই নাহিল।——কিজানিবা মানুহ নহয়, মানুহৰ ৰূপধৰি মোক চলনা কৰিবলৈ আহিচে——এনে ভাৱত ভয় কৰি, দুৱাৰ নেমেলি, বেৰৰ জলঙাইদি জুপি চাই কলে—"হেৰ তহঁত কোন! ৰাতি এইদৰে লোকৰ দুৱাৰমুখত কেলেই টৈতু ফালিচহি······ৰাতি শোৱা মানুহক দিগ্‌দাৰি কৰিবলৈ ভগৱন্তই তহঁতক ভালবুদ্ধিদিলে।"

"বেজককাই দুৱাৰখন মেলাছোন" ধনবৰে কলে।

দুৱাৰ মেলিবলৈ ক'লত বেজৰ আৰু ভয় লাগিল।

"কতাৰপোহঁত তহঁত কোন আগধৰি নকৱকেলৈ?"

"আমি ধনবৰ আৰু অফলী; বেগাই দুৱাৰখন মেলাছোন" বাহিৰত বেচিপৰ বৈথাকিবলৈ সিহঁতৰো বৰ ভয় লাগিছিল।

নাম কলত বেজৰ ভয় ভাগিল। কিন্তু তেতিয়াও দুৱাৰ মুখুলি ভিতৰত চাকি এটা জলাবৰ কাৰনে তুহঁজুইত ফুৱাবলৈ ধৰিলে। বহুত পৰ ফুৱাই ফুৱাই কোনোমতে চাকিএটা জলালে আৰু তেতিয়া দুৱাৰ খুলিদি সিহঁতক ভিতৰলৈ আহিবলৈ কলে। ধনবৰহঁত ভিতৰলৈ সোমাই আহিকলে—

"বেজককাই! তোমাক আয়ে এতিয়াই আমাৰ লগতে মাতিছে"।

বেজে ৰাতিখন হুথাতে বাহিৰলৈ যাবলৈ সন্দেহ কৰি কলে— "হেৰ এই ৰাতিখন মাৰে মোক কেলেই মাতিছে? বাপেৰ ঘৰত আছেনে নাই?"

পিতাইৰ কিবা এটা হৈছে" ধনবৰে কান্দি কান্দি কলে।

বেজে অলপপৰ তলকামাৰি থাকি ধনবৰৰ কথা বিশ্বাস কৰি কলে—"বাৰু বোপাইহঁত অলপ পৰ বহ। মই চাহ এটুপি খাই লওঁ।"

সেই ছুপৰ ৰাতি মঙলাবেজে তুহঁ জুইৰ ওপৰত কুমলীয়া বাহঁৰ চুঙা এটাত চাহপানী তপত কৰি খাওঁতে বহুত পৰ হল; ধনবৰ হঁতেও বহি থাকিল। চাহপানী তুপি খাই উঠি বেজে কান্ধতে সৰু জোলোঙা এটা পেলাই আৰু হাতত মহৰ টোকোন এডাল লৈ ধনবৰ হঁতৰ পিছে পিছে আহি যেতিয়া সিঁহতৰ ঘৰ পালেহি, তেতিয়া সোণবৰে খুব বঁটিয়াবলৈ ধৰিছে। যি কি নহওক বেজে দৰব দিলে। আৰু কিছু পৰৰ পাছত ৰোগি যেতিয়া নিতাল মাৰিলে তেতিয়া মঙলাই ধনবৰৰ মাকৰ ওচৰলৈ আহি কলে—"তুমি কোনো ভয় নকৰিবা আই! কৰবাত নতুনকৈ কানি-সেৱাত ধৰিছিল হবপাই......ৰাতিপুৱা সকলো ভাল হৈ যাব"।

বেজ ঘৰলৈ গুছি গল। সেই ৰাতি ধনবৰৰ মাকৰ টোপনি নাহিল।......ইয়াৰ পাছত আৰু ছুই এদিন সোণবৰৰ এনেকুৱা হৈছিল কিন্তু প্ৰথমবাৰতকৈ মাত্ৰাটো কম।

লাহে লাহে সোণবৰে ৰাতিপুৱা গধূলী সদায় বাহিৰত কটাবলৈ ধৰিলে। গা অসুখ হলেও সদায় একেটা সময়তে সোণবৰ ফুৰিবলৈ যাবই। ধনবৰৰ মাকৰ সন্দেহ বাঢিবলৈ ধৰিলে। এদিন গধূলী সোণবৰ ওলাই যোৱাৰ পাছত মাকে ধনবৰক মাতি আনি বাপেকনো কলৈ যাই, কি কৰেগৈ, সকলো কথাৰ সম্ভেদ আলেঙে আলেঙে লবৰ কাৰণে মনে মনে বাপেকৰ পাছে পাছে পথিযাই দিলে। ধনবৰৰ মনতো সন্দেহ হৈছিল আৰু সেই কাৰনে এতিয়া সুবিধা পাই দুগুণ উৎসাহেৰে কথাৰ উহ লবলৈ আগ বাঢি গল। আৰু সকলো কথাৰ বুজ বাতৰিলৈ জানিব পাৰিলে যে—বাপেকে সদায় মনুৰামৰ ঘৰলৈ যাই। মনুৰামৰ ঘৰত ৰাতিপুৱা গধূলী কিছুমান মানুহ গোটখাই কানিৰ শৰাধ কৰে। আৰু তাতে দুই এক নতুন মানুহকো কানি খাবলৈ শিকাই। বাপেকেও তাতেই নতুনকৈ কানি খাবলৈ শিকিছে।—ধনবৰ আহি মাকক সকলো কথা কৈ দিলেহি। কথা শুনি ধনবৰৰ মাকে বিপদ গুণিলে আৰু সোণবৰক কি উপায়েৰে কানিখোৱাৰ পৰা বিৰত কৰিব পাৰে তাকে ভাবিবলৈ ধৰিলে। কিন্তু কি হব……সোণবৰে দেখাদেখি কৈয়ে ঘৰত কানিখোলা পাতি ললেহি। আৰু নিতৌ দুই চাৰিজন ভকত গোটাই লৈ—পাম কৰি খোৱা, মলি খোৱা —আদি নানান জুতি লগাই মহাআৰম্ভেৰে কানি খাবলৈ আৰম্ভ কৰি

[illegible]ৰাতিয়া লাগি ভগাৰ পাছতে সোণবৰে ঘৰত [illegible]

লগৰীয়াৰে সৈতে কানি খোলাত বহিল। কল, গুৰু, চেনি, চাহপানী সকলো যোগাৰ কৰি লৈ কানিটেমা উলিয়াবৰ কাৰনে যেতিয়া সি জোলোঙাত হাত ভুৰালে, তাৰ বুকু চিৰিং কৰি গল। জোলোঙা সুদা, তাত টেমা নাই।

"ভৈয়াই!" সোণবৰে চিঞৰি কলে—

"হল কি, হল কি?" লগৰীয়া কেটাই বৰ আচৰিত হৈ সুধিলে।

"কানিটেমাতো দেখোন নাই" সোণবৰে বেজাৰমূৱা হৈ কলে।

"ই আকৌ কেনে ধৰণৰ কথা।" এটাই মাত লগালে।

"মোৰ বেচ মনত আছে, ৰাতিপুৱা কানি খাই মই ইয়াতে টেমাটো থৈ দিছিলোঁ।" কপালৰ গাখি থোপা কৰি সোণবৰে অলপ চিন্তাযুক্ত হৈ কলে।

"তেন্তে নিশ্চয় কোনোবাই নিচে" আন এটা কানিয়াই কলে।

সোণবৰ উথি গৈ গোটেই খন ঘুৰ্ম্মুতীয়াই টেমাতো বিছাৰি ফুৰিবলৈ ধৰিলে। লগৰ আন কানীয়াকেটাই কথাৰ গতি [illegible] নেদেখি এটি এটি কৈ উথি গুচি গল। সোণবৰে আৰু [illegible] চুলাপাত্ কৈ বিছাৰি টেমাতো নোপোৱাত তাৰ ঘৈনীয়েকৰ ওপৰত সন্দেহ হল। ধনবৰৰ মাকে বাহুনীয়ৰত [illegible] আছিল। সোণবৰে তালৈকে গৈ তাইক গৰাহ মাৰি [illegible]

"হেৰু! টেমাতো ভালে ভালে [illegible]

"তোমাৰ টেমাৰ কথা তুমিহে জানা, মোক আকৌ ধৰিছাহি কেলেই।"

ঘৈনীয়েকৰ পৰা এনে সমিধান পাই সোণবৰৰ খং দুগুণে উথিল। সি মনুষ্যত্ব হেৰুৱাই আৰু কোনো সোধ-পোচ নকৰাকৈ তাইক উধাই মুধাই মৰিযাবলৈ ধৰিলে। মাৰৰ কোবত' ভাই লাৰ্ চাৰ্ হল। ধনবৰে অতপৰ সকলো কাণ্ড চাই আছিল। মাকে টেমাতো ক'ত লুকাই থৈছিল সি তাক জানে। আৰু এতিয়া মাকক মৰা দেখি সি বৰ ভয় পাই, কানি টেমাতো মাকে লুকুৱাই থোৱা ঠাইৰ পৰা আনি উলিয়াই দিলেহি।

সোণবৰৰ খ জামৰিলত, সি ঘৈনীয়েকৰ ওচৰলৈ আহি কলে—

"তই দেখোন জানই মই কানি নহলে থাকিব নোৱাৰোঁ. বৰ তিনি সাজ ভাতকে নেখাই থাকিব পাৰোঁ। . . আগলৈ আৰু এনে কাম কেতিয়াও নকৰিবি।"

এই ঘটনাৰ পাছত ধনবৰৰ মাকে এমাহলৈ জালুক বাটি খাই আৰু চকুপানী টুকি দিন নিয়ালে। কেতিয়াবা গাৱঁৰে দুই এক মানুহৰ আগত কয়——"দৈবৰ লিখন কোনে খণ্ডাব.. . কানি সোমাল যেতিয়া ঘৰ ভাগিবই......কিন্তু মোৰ দুখ হৈছে যে লৰাছোৱালী হালক থিত লগাব নোৱাৰিলোঁ, নহলে মই নিশ্চিন্তে মৰিব পাৰিলোঁহেতেন।"

লাহে লাহে সোণবৰ বৰ দোপাত কানীয়া হৈ পৰিল।

আৰু সেই শক্তি হৈছে "আত্মশক্তি"। আত্মশক্তি জাগৃত হলে সকলো সদ্‌গুণ আপোনা আপুনি আহি পৰিব।.....প্ৰত্যেক মানুহৰ প্ৰবৃত্তিতে এটা ঐশ্বৰিক শক্তি আছে। যি প্ৰাণৰ আকুল আহ্বানত জাগি উঠে। তোমাৰ সেই প্ৰবৃত্তিবোৰক বাহিৰলৈ উলিয়াই আনা। আৰু তাকে আনিবৰ একমাত্ৰ উপায় হৈছে "শিক্ষা"।

"পিছে আমাৰ বৰ্ত্তমান অৱস্থালৈ চাই কেতিয়াবা উন্নতি হোৱাৰ আশা দেখিছে জানো?" পীতাম্বৰে সুধিলে--

"ডাঙৰীয়া! অতীত আৰু বৰ্ত্তমানৰ জ্ঞানৰ সামগ্ৰী লৈয়েই মানুহে ভবিষ্যত গঢ়ি তোলে মই আজি আগত দেখিবলৈ পাইছো পূৰ্ব্বৰ গৌৰৱ আৰু বিখ্যাত সাহিত্য সম্ভাৰেৰে সৈতে নতুনকৈ আবিষ্কৃত এখন দেশ। দেখিবলৈ পাইছো ইয়াৰ ডেকা গাভৰুবোৰে মুক্তি গৌৰৱত গৌৰৱিতহৈ বীৰদৰ্পেৰে জগত সভাত আসন লবলৈ আগবাঢ়ি যোৱা আৰু শুনিবলৈ পাইছোঁ বিজয় ঘোষনা কৰা সিহঁতৰ উদ্দাম সঙ্গীত।"

তনুশ্যামৰ কথা শুনি পীতাম্বৰৰ চকু আনন্দত নাচি উঠিল। থিক এনে সময়তে ভিতৰত কাঁহিবাতি মাটিত পৰাৰ এটা ঝনঝননি শব্দ শুনা গল। ভদায় ভিতৰত আছিল বুলি তনুশ্যামে জনা নাছিল আৰু সেই দেখি কিবা হল বুলি পীতাম্বৰক এৰি থৈ একেচাৰেই ভেওঁ ভিতৰ পালেগৈ। ভিতৰত গৈ দেখে যে অসংযত কাপোৰ, আৰু মেলা চুলিৰে সৈতে অৱনী লাজত তলমূৰ কৰি থিয় হৈ আছে। তাইৰ ভৰিৰ ওচৰতে কাঁহীবাটি।

বোৰ সিচঁৰিত হৈ পৰি আছে। আৰু অলপ আতঁৰেদি ভদৰামেও লাজত তলমূৰ হৈ বাহিৰলৈ ওলাই যাবলৈ ধৰিছে। ঘটনা বুজিবলৈ তনুশ্যামৰ অলপো বাকী নৰল। খং আৰু বেজাৰত তেওঁ একো নকৈ বাহিৰলৈ ওলাই আহিল। ইতি-মধ্যতে পীতাম্বৰো ঘৰলৈ গল।

সেইদিনা নিশা বহুত পৰত ধনবৰ ঘূৰি আহিল। আৰু কাকো নমতাকৈ মনে মনে নিজৰ কোঠাত সোমাই পোনচাতেই বিছনাত পৰিলগে। ঘূৰিবলৈ যাওঁতে ধনবৰে কাৰোবাৰ পৰা ৰত্নীৰ বিয়াৰ বিষয়ে সকলো আদ্যোপান্ত কথা শুনিলে। ....ৰত্নীৰ যে আন কাৰোবাৰ লগত বিয়া হব পাৰে তাক ধনবৰে সপোনতো ভবা নাছিল। তাৰ মূৰত বিনামেঘে বজ্রপাত হল।

ব্যৰ্থতাত সি বিছনাত পৰি হুক্ হুক্ কৰে কান্দিবলৈ ধৰিলে। চকুৰ পানীৰে তাৰ গাৰু তিতি গল। কান্দি কান্দি তাৰ চকু ৰঙা পৰিল। তাৰ মনৰ আশা থোপতে লেৰেলিলে। চিৰ-জীৱনৰ কাৰণে ৰত্নী তাৰ পৰা আতঁৰি গল। ধনবৰে তাৰ বুকু ফাটি যোৱা যেন পালে।

ধনবৰৰ মাকে ধনবৰ আহিলেনে নাই তাক বিছনাৰ পৰাই ঘনাই খবৰ লৈ আছিল। অফলীয়ে মাজে মাজে বাহিৰলৈ আহি বাটলৈ চাই যাইহি। ক্রমে ৰাতি বহুত হোৱাত, কিজানিবা শুই আছে, এনে ভাবি অফলীয়ে ধনবৰক তাৰ কোঠাত চাবলৈ গৈ দেখে যে সি বিছনাত পৰি কান্দিব লাগিছে। অফলী আচৰিত

হল। সি কান্দিবৰ কোনো কাৰণ তাই বিছাৰি নেপালে। সন্ধিয়াৰ কথাটোৰ পৰাই অফলীয়ে বৰ ভয় খাই আছিল। ধনবৰে জানোচা সেইকথা গম পাই খঙতহে কান্দিছে, এই ভাবি অফলীয়ে তাক মাতিবৰ সাহ নকৰিলে। তাই গৈ মাকৰ দাতিতে শুই পৰিলেগৈ। সেই ৰাতি ধনবৰৰ ভাতখোৱা নহল।

ৰাতি চাঙত শুই থাকি অফলীয়ে মাথোন ভদৰ'মৰ কথাকে ভাবিবলৈ ধৰিলে।—"ভদায়ে যে মোক ইমান মৰম দেখুৱাইছে, এই মৰম সচাঁনে? ... .....পুৰুষ ভোমোৰাৰ নিচিনা। যদি মাক পাছত অন্যথা কৰি এৰি থৈ গুচিযাই? তেতিয়াতো বাহিৰলৈ মুখ উলিযাব নোৱাৰিম" ভদায়ে এৰি গলে তাইৰ অৱস্থা কেনে হব তাক ভাবি তাইৰ গা শীয়ৰি উথিল—"চিঃ কি কথাবোৰ ভাবিছোঁ" তাই আকৌ ভাৱে "অসম্ভৱ। ভদায়ে মোক কেতিয়াও তেনে কৰিব নোৱাৰে. .......ভদাইৰ নিচিনা এটা সহজ সৰল ডেকাৰ মনত কেতিয়াও কুভাৱ লুকাই থাকিব নাৱাৰে,"—তাইৰ মন আকৌ উৎফুল্ল হৈ উথিল আৰু লাহে লাহে টোপনি গল।

ৰাতিপুৱা শুই উথি তন্নুশ্যামে সকলো কথাৰ আগগুৰি ভাবিবলৈ ধৰিলে। বিশেষকৈ আগদিনা সন্ধিয়াহোৱা ঘটনাৰ পৰা তেওঁ ভদাইৰ বিষয়ে সকলো কথা বুজি উথিল। সেইদেখি তেওঁ থিক কৰিলে যে বৰ্ত্তমান সময়ত ভদাইকলৈ ধনবৰৰ ঘৰত আৰু এৰাতিও থকা উচিত নহয়। আৰু ইয়াকে ভাবি তন্নুশ্যামে ভদাইৰ ওঁচৰলৈ গৈ কলে—

"ভদাই। আমিতো আজি বহুত দিন ইয়াত থাকিলোঁ। আমাৰ কামো শেষ হল। এতিয়া মিছাতে আৰু ইয়াত থকাৰ লাভ কি। মই আজি দুপৰীয়াকৈয়ে ধনবৰৰ পৰা বিদায় লম আৰু তুমিও সোণকালে খাইবই আহৰি হোৱাঁ।"

ভদায়ে তনুশ্যামলৈ নোচাৱাকৈযে তলমূৰকৈ উত্তৰ দিলে—"ওচৰতে মোৰ আন এজন বন্ধু আছে। তেওঁ মোক তাত কেইদিনমান থাকিবলৈ বৰকৈ ধৰিছে। সেইগতিকে মোৰ কেইদিন মান পলম হব। আপুনি যাওক। মই পাৰোঁ যদি আকৌ আপোনাক লগ ধৰিম, নতুবা ৰংপুৰতহে দেখা হবগৈ।"

ভদাইৰ কথা শুনি তনুশ্যাম অলপো আচৰিত নহল। বৰং তেনেকুৱা উত্তৰকে ভদৰামৰ পৰা আশা কৰিছিল। এতিয়া তেওঁৰ বুজিবলৈ বাকী নেথাকিল যে কিয় ভদৰামে তেওঁৰ পৰা আতৰি ফুৰিবলৈ চেষ্টা কৰে। ভদৰাম অফলীৰ ৰূপত মুগ্ধ তনুশ্যামে বহুত পৰ একেবাৰে ভদৰামক চাই থাকি তাৰ কান্ধত হাত এখন দি কলে—"এটা কথা ভদাই!"

"কি কথা?" ভদৰামে অলপ সন্ত্ৰষ্টহৈ সুধিলে।

তনুশ্যামে ওচৰত কোনোবা আছেনেকি চাই লৈ কলে—"তুমি যে বিবা—"।

"মই কি তাক ভাল দৰে জানো" ভদায়ে তনুশ্যামৰ হাতখন এচাৰি পেলাই খঙত চকুৰঙাকৈ কলে—"আপুনি তাক কোৱাৰ

কোনো প্ৰয়োজন নাই। মই খাতাং কৈ কৈছো যে মই এইবাৰ আপনাৰ লগত যাব নোৱাৰোঁ। আপুনি যি ভাল দেখে তাকে কৰক।"

তনুশ্যামে ভদাইৰ ৰঙাচকু দেখি তাৰ ওচৰৰ পৰা গুছি আহিল। তেওঁ অহঙ্কাৰী ভদাইৰ পৰা পোৱা এই অপমান স্বাভাবিক বুলিয়েই ধৰি লৈছিল। সেইবাবে তেওঁৰ বেজাৰ নাই। কিন্তু তেওঁৰ দুখ লাগিল মাথোন আৰ্জ্জলী অফলীৰ বাবেহে।

দুপৰীয়া তনুশ্যামে ধনবৰহঁতৰ পৰা বিদায় ললে। আৰু আবেলিপৰত ভদায়েও আন এঠাইত থাকিবলৈ বুলি সিহঁতৰ ঘৰৰ পৰা গুলাই গল।

এইদৰে তনুশ্যাম আৰু ভদায় যোৱাৰ পাছত ধনবৰ একেবাৰে অকলশৰীয়া হল। আৰু অনবৰতে ৰতনীৰ কথা ভাবি থাকিবলৈ ধৰিলে। আগতে তাৰ মন ভবিষ্যত সুখৰ আশাত ডুবগৈ আছিল, কিন্তু যেতিয়া ৰতনীৰ বিয়া হৈ যোৱাৰ কথা শুনিলে, তাৰ মনত সাতকুৰা জুই জ্বলিল। সি কʼতো শান্তি নোপোৱা হল। খেতিৰ বতৰ। কিন্তু পথাৰৰ কাম পথাৰতে পৰি ৰʼল। কামত তাৰ মন নবহে। যিমানে দিন যাবলৈ ধৰিলে সিমানে সি নিজেই অনুভৱ কৰিবলৈ ধৰিলে যে ৰতনী নহলে তাৰ জীৱন ধাৰণ অসম্ভৱ।... . ...ৰতনীয়ে তাক বিশ্বাসঘাটকতা কৰিলে বুলি তাৰ মন কেতিয়াবা গোটেই নাৰীজাতিৰ ওপৰতে ঘৃণাৰে পুৰ হৈ যায়। কিন্তু তথাপিও

সি মনক বাধা দিব নোৱাৰে, ৰতনীৰ মুখৰ পৰা শেষ কথা এষাৰ শুনিবৰ নিমিত্তে তাৰ মন ব্যগ্ৰহৈ উথিল। আৰু এদিন পুৱাতে ৰংপুৰত কাম আছে বুলি মাকক কৈ ধনবৰ ঘৰৰ বাহিৰ ওলাল।

---

# পঞ্চম অধ্যায়।

ৰঙাই আছিল ঘাত মাউৰা মাক বাপেকৰ একেটি সন্তান। দুদিনৰ অগাপিছাকৈ যেতিয়া মাকবাপেকে হাইজাত পৰি অকালতে চিৰকালৰ কাৰণে ইহসংসাৰৰ পৰা বিদায় ললে, তেতিয়া ৰঙায়ে এই কুহকময় সংসাৰৰ ভালকৈ আওভাও পাবলৈ বুৰিৰ দেউনা পাৰ হোৱাই নাছিল। মাক বাপেকৰ কোলাৰ পৰা হথাতে সৰি পৰি ৰঙায়ে গোটেইখন এন্ধাৰ দেখিলে, জনপূৰ্ণ সংসাৰত অকলশৰীয়া বোধ কৰিলে। গাৰ দুফালে দুখনি ঢাল স্বৰূপ মাকবাপেক আঁতৰি গলত সি সংসাৰৰ আচল ৰূপটো দেখি ভয় খাই উথিল। কিন্তু কি হব, সাৰিবৰ উপায় নাই। জীৱন ৰাখিবলৈ হলে যুদ্ধত নামিবই লাগিব।

অথন্তৰত পৰি ৰঙাযে কিছুদিন গাৱঁৰে এচৰ চুবুৰিয়াৰ ঘৰত কোনোমতে অলপ খেতিকৰি খাই থাকিবলৈ ধৰিলে। আৰু পূৰ্ণ যৌবনত ভৰি দিয়াৰ লগে লগে সি উৎসাহেৰে সৈতে খেতিবাতি কৰলাই নি অলপ দিনতে অৱস্থা অলপমান টনকীয়াল কৰি তুলিলে। কিন্তু তেনে হলেও সি যে সংসাৰত একেবাৰে অকল তাক পাহৰা নাছিল। যিমানে দিন যাবলৈ ধৰিলে, সিমানেই সি অনুভৱ কৰিলে যে অকলশৰীয়া জীৱন এটা

দুঃসহনীয় বোজা। সেইদেখি' সি বহুত যত্ন কৰি ঘৰমাটি বন্ধক দিও বৰ আশা কৰি ৰতনীক বিয়া কৰাই আনিছিল নিৰ্জ্জন ঘৰত জনতাৰ সঞ্চাৰ কৰিবলৈ, নিঃসঙ্গ জীৱনত লগৰী হিছাবে পাবলৈ বুলি। কিন্তু তাৰ প্ৰতি ৰতনী বিমুখ, বিধি বাম।

ৰতনীয়ে ৰঙাইৰ ঘৰলৈ অহাৰ দিন ধৰি বৰ নিৰস ভাৱে দিনবোৰ নিয়াবলৈ ধৰিছে। ৰঙাইৰ প্ৰাণভৰা অকৃত্ৰিম ভাল-পোৱাৰ প্ৰতিদান দিয়ক চাৰি তাই তাৰ মুখলৈ উভতিকে নেচাই। কিন্তু ৰঙায়ে তাৰ নবপৰিণীতা স্ত্ৰীৰ মন যোগাবলৈ কোনো চেষ্টাৰে ত্ৰুটি কৰা নাই। প্ৰথমতে সি ভাবিছিল যে নতুন মানুহ কাৰণে হয়তো লোকৰ ঘৰত মন বহা নাই। সেইদেখি তাইৰ মন বহুৱাবলৈ সি কত যত্ন, কত কষ্ট স্বীকাৰ কৰে; কিন্তু একোতে যেন তাইৰ মনতুষ্টি সাধন নহয়। তাই একেবাৰে উদাসীন। ৰঙাইৰ সুখ সুবিধাৰ কাৰণে তাই কোনো যত্ন নলয়, ঘৰৰ বস্তু বাহানীৰ ওপৰত কোনো চকু নাৰাখে। ৰঙাই যেন তাইৰ কোনোৱেই নহয় আৰু তাৰ সম্পত্তিৰ লগত তাইৰ যেন কোনো সম্বন্ধ নাই।

ৰঙাইৰ ওপৰত ৰতনীৰ খং। বহুত চেষ্টা কৰিও তাই সেই খং সম্বৰন কৰিব পৰা নাই। কিন্তু সেয়েই লাহে লাহে ঘৃণাত পৰিণত হৈছেগৈ। ঘৃণা?……নিশ্চয়। ধনবৰৰ বুকুৰ পৰা ৰঙায়ে যে তাইক চিৰকালৰ কাৰণে আঁতৰাই আনিলে তাক জানো তাই কেতিয়াবা পাহৰিব পাৰে? ধনবৰ আৰু ৰতনীৰ মাজত বিচ্ছেদৰ যিটো জুৰী বৈ গৈছে সেই জুৰীৰ মিলন

হুতাশৰ অবিৰাম সোঁতে ৰঙায়ে ৰত্নীৰ ওপৰত ঢালিদিয়া সকলো মৰম স্নেহ উতাই নিয়া নাই জানো ? ...সিহঁতৰ মাজত ৰঙায়ে কিয় এই বিচ্ছেদ আনি দিলে ?......সি কি বিবাহৰ কাৰণে আন উপযুক্ত পাত্ৰী বিচাৰি নেপালে ?..... ...জন্ম, মৃত্যু, বিবাহ, যে বিধিৰ আদেশতেই হৈ থাকে ৰত্নীয়ে তাক বুজিব নোখোজে। ৰঙাইৰ ওপৰত তাইৰ সেই কাৰণেই ইমান অভিমান। সেইকাৰণেই তাক ঘৃণা কৰে। দুখনী প্ৰেমীক প্ৰেমীকাৰ হৃদয় আতঁৰতে থকাৰ পৰা আৰু আতঁৰাই অনাত ৰঙায়ে যি অপৰাধ কৰিলে, ঘৃণাই তাৰ উপযুক্ত শাস্তি নহয় জানো ? .... তাই অনবৰতে ভাবি থাকে মাথোন ধনবৰৰ কথা। কান্দি কান্দি তাই চকু উখহাই, চকুলোৰে বাট নেদেখা হয়।

দুখীয়াৰ সন্তান ৰঙাইৰ দুখৰ উপৰি দুখ। আগত সুখৰ জিলিঙণি চাই থাকি দুখত দিন নিয়াবলৈ তাৰ কপালত লিখা আছে। কেতিয়াবা যেতিয়া সি বেজাৰত অকলশৰে বহি থাকে তেতিয়া মনলৈ আহে মাকবাপেক মৰাৰ পাছত তাৰ জীৱনৰ দিনকিটাৰ কথা। .....সেই সময়ত সি কেতিয়াবা খাই, কেতিয়াবা নোখোৱাকৈয়ে অকলশৰীয়া ঘৰটোত পৰি থাকে। কোনোবা গধূলী যেতিয়া সি খাবলৈ নেপাই ভোকত কলমলনি লাগি টিম্‌মিক-ঢামাক কৰি জ্বলি থকা টিপ্‌ চাকি এটাৰ ক্ষীন পোহৰত, ঘৰৰ মজিয়াতে ঢাৰি এটা পাৰি টোপণিৰ কাৰণে বাটচাই থাকে, তেতিয়া কেতিয়াবা তাৰ মন শীৰ্ণ বুভুক্ষু দেহাৰ পৰা ওলাই গৈ কোনোবা অজান পুৰিত বিচৰন কৰি ফুৰেগৈ। দুখৰ মাজত

থাকিও চিন্তাৰাজ্যত সি গঢ়িতোলে এখনি প্ৰেমৰ সুন্দৰ ৰাজ্য, য'ত পোৱা যাই অফুৰন্ত স্নেহ-প্ৰিতি, দয়ামমতা আৰু পোৱা যাই পেতপুৰাই আহাৰ।·····তাৰ মনলৈ আহে সি কেনেকৈ তেজক পানীকৰি সেই দুখ আঁতৰাই ঘৰখন পাতিবৰ চেষ্টা কৰিছে। কিন্তু যেতিয়া সি দেখে যে ইমান সাধ্য সাধনাৰ পাছতো তাৰ মনৰ মতে একো হৈ উথা নাই তেতিয়া সি বাধ্যহৈ ভাবিবলগাত পৰে যে হয়তো সি তাৰ সপোনক বাস্তৱত পৰিণত কৰিবলৈ কৰা যত্নটোৱেই ভুলহৈছে।

ৰঙায়ে কেতিয়াবা দিনটো বাহিৰতে কাম কৰি আবেলি পৰত ভোকে পিয়াহে জৰ্জ্জৰিত হৈ ঘৰ সোমাই যেতিয়া ৰতনীৰ ব্যৱহাৰত আৰু তাইৰ প্ৰত্যেক কথাতেই তাৰ প্ৰতি এটা অবজ্ঞাৰ ভাৱ ফুটি উথা দেখে, তেতিয়া শোকত তাৰ অন্তৰ ক্ষতবিক্ষত হয়। সি ভোক পিয়াহৰ কথা পাহৰি যাই। মনৰ বেজাৰ মনতে সামৰী একো নোকোৱাকৈ আকৌ বাহিৰলৈ ওলাই আহে। কেতিয়াবা আকৌ সি ৰতনীয়ে ঘৰৰ মূধৰ খিলিকীখনৰ শলা-দুদালত হাতেৰে খামুচি ধৰি আলিবাটলৈ চাই চাই নিঃশব্দে চকুপানী টুকি থকা দেখিলে, মনে মনে আহি তাইৰ মুখখন ঘুৰাইলৈ তাৰ চেলেঙৰ আগেৰে চকুপানী মচিদি বৰ করুন ভাৱে সোধে—

"তুমি কিয় এইদৰে বেজাৰ কৰি থাকা ৰতনী? কিবা অসুখ হৈছেনেকি তোমাৰ কোৱাঁচোন। তুমি সদাই এইদৰে মনমাৰি থাকিলে মোৰ বৰ দুখলাগে।"

"কিনো কথাবোৰ কয় আপুনি! মোৰনো কি হোৱা দেখিছে। মই একো মনমাৰি নেথাকো দেখোন।"—ৰতনীয়ে ৰঙাইৰ বাহুবন্ধনৰ পৰা নিজক একুৰাই লৈ আনফালে গুচি যাই।

ৰঙায়ে একেঠাইতে থৰ হৈ ৰৈ থাকে। ৰতনীৰ কথা-বতৰা, চলন-ফুৰন সকলো তাৰ বৰ অস্বাভাৱীক যেন লাগে। কিন্তু তথাপি তাইৰ বেদনাক্লিষ্ট মুখখনি দেখিলে তাৰ হিয়াত উগুলথুগুল লাগে। সেই সময়ত সি তাইৰ সকলো ব্যতিক্রম, সকলো অপৰাধ পাহৰি গৈ তাইক বুকুত সাৱতি ধৰি নিচুকাবলৈ চেষ্টা কৰে। কিন্তু যেতিয়া ৰতনীয়ে তাৰ সকলো মৰম নেওচা দি ধৰাপৰা কৃত্রিমভাৱে তাইৰ দুখ ঢাকি ৰাখিবৰ চেষ্টা কৰে তেতিয়া ৰঙাইৰ অন্তৰ শতধা বিছিন্ন হব খোজে। .....বহুত চেষ্টা কৰিও সি তাইৰ দুখৰ গুপ্ত কাৰণ জানিবৰ উপায় বিচাৰি নেপাই।

অৱস্থাৰ কোনো পৰিবৰ্ত্তন নেদেখি ক্রমাৎ ৰঙায়ে বাহিৰতে বেচি সময় কটাবলৈ ধৰিলে। সি যত্ন কৰিলে, কামৰ মাজতে ডুবি থাকি সকলো অশান্তিৰ কথা পাহৰি থাকিবলৈ। ভিতৰলৈ আহে, দুবেলা দুমুঠি কোনমতে খাই আকৌ বাহিৰলৈ ওলাই যাই। কেতিয়াবা সি ৰতনীৰ ওপৰত অভিমান কৰি ভাত খাবলৈ এৰে—এ সাজ, দু সাজ, তিনিসাজ। কিন্তু তাৰ অভিমান নৰজে। অতি দুৰ্ভগীয়া সি, তাৰ গঁপ ভাঙিবলৈকো কোনো এটি প্ৰাণি সংসাৰত নাই। সি খালেই বা নেখালেই কাৰো

একো নহয়। ৰতনীয়ে যত্ন কৰি তাক মাতি বুলি সুখুৱাইহি। শেষত সি আকৌ নিজেই আহি বিছাৰি খাব লাগে। এইদৰেই অতি অশান্তিৰ মাজত ৰঙাই ৰতনীৰ দিনবোৰ যাব ধৰিছে—

( ২ )

এদিন সন্ধিয়াপৰত ৰতনীহঁতৰ ঘৰৰ আগৰ আলিবাটটোত এটা মানুহে মূৰত আৰু গাত এৰিয়াকাপোৰৰ ঘুৰি মাৰি ইফালৰ পৰা সিফাললৈ অহাযোৱা কৰি আছিল। বহুত সময় এইদৰে অহাযোৱা কৰি থাকি সি ঘৰটোৰ পৰা অলপ দূৰৈত বাটৰ দাঁতিতে থকা এজোপা গছৰ তলত বহিলগৈ। এনে অৱস্থাত নগৰত হোৱাহলে নিশ্চয় মানুহটোক চোৰ বুলি পুলিচে ধৰি নিলেহেঁতেন, কিন্তু গাৱঁৰ কথা তাক কোনেও লক্ষ নকৰিলে। অলপ সময়ৰ পাছতে ঘৰৰ ভিতৰৰ পৰা আন এটা মানুহ ওলাই আহি জোপলৈ বহি থকা মানুহটোৰ বিপৰিত ফালে গুছিগল। এই মানুহটো যোৱা দেখি বহি থকা মানুহটো সৰালৰিকৈ উঠি আহিল আৰু ৰতনীহঁতৰ ঘৰলৈ গৈ দুৱাৰত তকৰীয়াই ৰব সন্তুষ্ট ভাৱে মাতদিলে—“ৰতনী” !

ৰতনীয়ে সেইসময়ত শোৱনি ঘৰতে বহি মহুৰা ফুৰাই গুণ্ গুণ্ কৰি নাম গাই আছিল। নাম গাই গাই মাজতে বৈ কেতিয়াবা তাই এনে একোটা গধুৰ হুমুনীয়া পেলাই যে তাৰ শব্দত তাই নিজেই শঙ্কিত হৈ উঠে। এনেতে বাহিৰত তাইক

কোনোবাই নাম ধৰি মতা শুনি তাইৰ মনত নানা ভাৱৰ উঠুলী-মুতুলী লাগিল। মাতটো বহুত দিনৰ পৰিচিত .. ...কিজান ধনবৰ ....... তাই খৰ্ধৰ কৰি দুৱাৰ মেলিবলৈ আহিল।

ধনবৰে দুৱাৰত মাতদিয়াৰ পৰা কিছুসময় পাছলৈকে গোটেইখন নিজান পৰি ৰ'ল। ক'তো কোনো শব্দ শুনিবলৈ নাই। ধনবৰৰ মনতে শুনাগৈছিল মাথোন দুৱাৰত্ সি তকৰি-উৱাৰ ভয়ানক শব্দকিটাৰ প্ৰতিধ্বনি আৰু শুনাগৈছিল বহুত দূৰৰ পৰা। তাৰ বুকুত উথা ধপধপনি। অলপ পাছতে ভিতৰত দুৱাৰৰ ওচৰলৈ কোনোবা অহাৰ শব্দ আৰু লগে লগে দুৱাৰ খোলাৰ ঘট্ঘাট শব্দ শুনা গল।

দুৱাৰ খোলা মাত্ৰকেই ধনবৰ ভিতৰ সোমাই আহিল। ৰতনীয়ে ধনবৰক চিনি পাই চ'ক খাই উঠিল আৰু পাছহোহঁকি গৈ বেৰত আউজী অজ্ঞাতসাৰেই চিয়ঁৰি উঠিল—"ধনবৰ!"

"ক্ষমা কৰিবা ৰতনী। তোমাৰ বিয়াহৈ যোৱাৰ পাছত তোমাক এইদৰে দেখা কৰিবলৈ মোৰ কোনো অধিকাৰ নাই বুলি জানোঁ। কিন্তু তথাপি যে মনে নেমানে" কথা কওঁতে ধনবৰৰ গা কঁপিবলৈ ধৰিলে' "মনক বুজনি দিব নোৱাৰি তোমাক নিজ চকুৰে চাই, নিজ কানেৰে তোমাৰ এষাৰ কথা শুনি যাবলৈ আজি ইয়ালৈ আহিছোঁ.........কোৱাঁ ৰতনী! তুমি সচাকৈয়ে সুখী নে?"

"অ' ধনবৰ তুমি ইমান নিষ্ঠুৰ। কান্দোনৰ মাজতো তোমাৰ ৰঙাচকুহালে মোৰ গাত জুই বৰষিছে। হায় ধনবৰ

তুমি মোক কিয় ভুল বুজিছা ?” ৰতনীৰ দুগালেদি চকুপানী জৰি জৰি পৰিবলৈ ধৰিলে।

“মই ভুল বুজিছোঁ ?” ধনবৰে বৰ দুতা ভাৱে সুধিলে।

“ভুল, ভুল ধনবৰ ! একেবাৰে ভুল”

“তেন্তে……তেন্তে তোমাৰ ধনবৰক পাহৰা নাই ?” ৰতনীৰ স্পষ্টতাত ধনবৰৰ মন কুমলী-গলত সি ৰতনীৰ চকুলৈ বৰ দৃঢ় ভাৱে চাই থাকি কলে।

“ধনবৰ তুমি জনানাই মই ইয়াত কেনেকৈ সঁজাত বন্ধা চৰাইৰ দৰে চত্‌ফটাই মৰিব লাগিছোঁ, তুমি দেখা নাই ৰাতিয়ে দিনে তোমাৰ কথাকে ভাবি থাকি মোৰ অৱস্থা কি হৈ গৈছে”— তাই কান্দিবলৈ ধৰিলে।

“নেলাগে ৰতনী আৰু কব নেলাগে। তোমাৰ কথা শুনি এতিয়া মোৰ অন্তৰৰ জুইকুৰা নুমাইগৈছে। তোমাক পোৱাৰ আৰু কোনো আশা নেথাকিলেও মই এতিয়া সুখেৰে মৰিব পাৰিম। ....... তোমাক ভুল বুজা বাবে মোক ক্ষমা কৰিবা ৰতনী !... .....কিন্তু মই এতিয়া যাওঁ” ধনবৰে ঘনাই ঘনাই বাটৰ ফালে চাবলৈ ধৰিলে।

“ৰবা ধনবৰ নেযাবা। তোমাৰ লগত অলপ কথা আছে বহাঁ।”

“তোমাৰ গিৰীয়েৰ কলৈগৈছে ?”

“ভয় নাই। তেওঁ এতিয়া নাহে। গাৱঁতে এঘৰত নাম-ঘোষা পাতিছে তালৈকে গৈছে।”

ধনবৰৰ ভয় দেখি ৰতনীয়ে কান্দোনৰ মাজতো অলপ হাঁহিলে আৰু গৈ দুৱাৰখন বন্ধ কৰি দিলেগৈ।

"তুমি ইয়ালৈ কেতিয়া আহিলা ?" ৰতনীয়ে ধনবৰৰ ওচৰলৈগৈ বৰ সৰু মাতেৰে সুধিলে।

"মই অহা আজি পুৰা তিনিদিন হৈছে। কিন্তু ইমান দিনে তোমাৰ ওচৰলৈ আহিবলৈ সুবিধাকে বিচাৰি পোৱা নাছিলোঁ। সদায় দেখোঁ পুৱাৰ পৰা গধূলীলৈকে তোমাৰ গিৰীয়েৰে বাহিৰতে কাম কৰি থাকে"—

"তুমি আচাহি ক'ত ?"

তোমালোকৰ পথাৰৰ মূৰত থকা ভেৰেলৰ ঘৰত আছোঁ। ভেৰেলো নাই, কালি জিলালৈ গল। কেবাদিনৰ পাছতহে আহিব।

"এটা কথা ধনবৰ ! মই আৰু ইয়াত কোনোমতে থাকিব নোৱাৰোঁ। যদি মোক জীয়াই থকা দেখিব খোজা তেন্তে মোক সোণকালে কিবা এটা উপায় কৰি ইয়াৰ পৰা লৈ যোৱা।"

ধনবৰে যদিও ঘৰৰ পৰা বৰ উধাতু খাই ৰতনীৰ ওচৰলৈ আহিছিল তথাপি সি তাইক পুনৰ পাবলৈ বুলি মনতে কোনো আশা বন্ধা নাছিল। অতি সৰল ভাৱে তাইৰ পৰা জীৱনত শেষ বিদায় লোৱাই আছিল তাৰ আছল অভিপ্ৰাই। কিন্তু যেতিয়া সি ৰতনীৰ মনৰ অৱস্থা বুজিব পাৰিলে তেতিয়া তাৰ চকুত হাঁহি বিৰিঙি উঠিল। তাৰ মনত আকৌ এখন সুখৰ আলয়ৰ কথাই জোলপাৰ লগালে। তথাপিও ৰতনীয়ে উপযাচি

তাইক লৈ যাবলৈ কোৱাত সি মূৰত এটা গধূৰ বোজা উথা যেন পালে। সেইদেখি তাইৰ কথাৰ উত্তৰত সি বহুত পৰ ভাবি থাকি কলে—

"কলৈ নিম ৰতনী ?"

"এনেকুৱা এঠাইলৈ মোক লৈ বলা ধনবৰ, যত তাৰ মানুহ-বোৰে কোনেও কাকো চিনিজানি নেপাই। চিনি পাম মাথো মই তোমাক আৰু তুমি মোক।"

"মই যে বৰ দুখীয়া ৰতনী !……তোমাৰ কাৰণে অফুৰন্ত প্ৰেমৰ বাহিৰে মোৰ যে আৰু একোৱেই নাই।"

"তাৰ বাহিৰেনো মোক আৰু লাগিছে কি ?" তাৰ পাছত ধনবৰৰ মনটো অলপ চঞ্চল হোৱা যেন দেখি ৰতনীয়ে হুথাতে উত্তেজিত হৈ ধনবৰৰ হাত দুখন বুকুত সাৱতি ধৰি কলে—"কোৱাঁ ধনবৰ মোক তুমি উদ্ধাৰ কৰিব পাৰিবানে নোৱাৰা…… কোৱাঁ……কোৱাঁ।"

"পাৰিম ৰতনী !" ধনবৰে বৰ গম্ভীৰ হৈ উত্তৰ দিলে। ক্ষন্তেকৰ কাৰণে তাৰ চকুৰ আগত জিলিকি উঠিল, ৰতনীক পলুৱাই নি ধৰা পৰিলে সমাজত তাৰ অৱস্থাটো কেনে হৈ উঠিব। কিন্তু সেই সময়ত হোৱা উত্তেজনাত সি সকলো পাহৰি পেলালে। সি থিয় হল। আৰু যাবৰ আগতে সি ৰতনীক চুমা খাবৰ কাৰণে তাইৰ ওচৰ চাপিল। কিন্তু তাই তাৰ হাত দুখন্ ধৰি তাক পাছলৈ ঠেলি কলে—

"আজি নহয় ধনবৰ !……পৰহীলৈ পিছবেলা তুমি আকৌ

আহিবা। মই ঘৰত অকলৈ থাকিম।.........তেওঁ সেইদিনা ৰংপুৰলৈ যাব।”

ধনবৰে কোনো উত্তৰ নিদি বেগেৰে তাৰ পৰা ওলাই গুচি গল।

সেইৰাতি ৰঙায়ে নামগোৱাৰ পৰা ঘুৰি আহি লক্ষ কৰিলে যে ৰতনীৰ মনত যেন আজি বৰ স্ফুৰ্তি আৰু কাম-কাজ বোৰো যেন তাই অলপ আগ্রহেৰে কৰিছে। কিন্তু হথাৎ এই পৰিবৰ্ত্তনৰ কাৰণ ভাবি সি নিৰাশ হৈ পৰে।

( ৩ )

সেইদিনা আছিল শনিবাৰ। ৰঙায়ে দুপৰীয়া সোণকালে খাই উথি নগৰত কিবা কাম আছে বুলি ওলাই গল। সি যোৱাৰ পাছত ৰতনীয়ে নিজকে মুক্ত যেন বিবেচনা কৰিলে। কোৱা বাহুল্য যে ধনবৰ সেই গাৱঁলৈ অহাৰ পাছত ৰতনীয়ে পাৰ্য্যমানে ঘৰত অকলৈ থাকিবলৈ যত্ন কৰিছিল। আৰু সেই উদ্দেশ্যে ৰঙাই কোনোবাফালে যাওঁ বুলিলে ৰতনীয়ে তাক সোনকালে যাবলৈ সকলো সুবিধা কৰি দিয়াৰ বাহিৰে কেতিয়াও বাধা নিদিছিল। ধনবৰক সেইদিনা আহিবলৈ তাৰে সৈতে প্রথম দেখা হোৱাৰ দিনাই কৈ থৈছিল। ৰতনীয়ে বৰ দৃঢ় ভাৱে ধৰি লৈছিল যে ধনবৰ সেইদিনা যেনে হলেও আহিব। সেইদেখি তাই বৰ ওলহ-মালহ কৰি ধনবৰৰ আগমনৰ প্ৰতিক্ষা কৰি বল।

লাহে লাহে ৰঙাই যোৱাৰ পাছতো বহুত সময় অতীত হৈ গল। ৰতনীয়ে ধনবৰক ভেতিয়াও নহা দেখি বৰ উদ্বিগ্ন চিত্তেৰে ঘনাই ঘনাই বাজলৈ ওলাই আহি বাটলৈ চাবলৈ ধৰিলে। ·········ধনবৰ অহা নাই। ৰতনীয়ে আহি বৰ ক্ষুব্ধ মনেৰে ভিতৰত বহিলেহি। অস্থিৰতাত তাইৰ মনত নানা ৰকমৰ ভাৱে আহি ঢউ খেলিবলৈ ধৰিলে।

··········"ধনবৰ অহা নাই কিয় ?" তাই ভাবিবলৈ ধৰিলে "কি জানি মোৰ ওপৰত অভিমান কৰিছে, কি জানি মোৰ ভুল বুজিছে, নহলে মতা স্বপ্নেও নাহিব কিয় ?" ······আকৌ ভাবে———"সিদিনা দেখোন ধনবৰক বৰ দুৰ্ব্বল দেখিলোঁ। ······ কি জানি কিবা অসুখ হৈছে" তাইৰ মনত চিন্তাৰ ওৰ নপৰে।

এইদৰেই ৰতনীয়ে ভাল বেয়া ভাবিচিন্তি ভিতৰতে বহি থাকোঁতে বাহিৰত কোনোবা অহা যেন গম পালে। তাইৰ মন আকৌ উদ্বাউল হল। গাত গৰম অনুভৱ কৰিলে। বুকু ঢপ্ ঢপনি উঠিল। তাই লৰালৰিকৈ বাহিৰলৈ ওলাই আহিল ধনবৰক আগবঢ়াই নিবলৈ কিন্তু বাহিৰলৈ আহি তাই লগ পালেহি ধনবৰক নহয় ৰঙাইক হে। অপ্ৰত্যাশিত ভাৱে ৰঙাইক এইদৰে হঠাৎ দেখি ৰতনীৰ খঙে মূৰৰ চুলিৰ আগ পালেগৈ আৰু তাক কোনো কথা নুসুধি তাই পুনৰ ভিতৰলৈ গুছিগল।

ৰঙাই যি কামত নগৰলৈ গৈছিল, সেই কাম বাটতে হৈ

উথাত সি ঘৰলৈ সোণকালে উভতি আহিল। কিন্তু সি সপোনতো ভৰা নাছিল যে ইয়াত ৰতনীৰ কিবা অসন্তোষ হব পাৰে। সংসাৰৰ সুখ দুখ অনুভৱ কৰিব পৰা এটা মানুহৰ দৰেই ৰঙ্গায়ে বাহিৰত ৰদত ঘুৰি ফুৰি, তাৰ আপোন জনৰ পৰা এষাৰি সাদৰি মাত, অলপ সেৱা-শুশ্ৰূষা আশা কৰি ঘৰলৈ হেপাই আহিছিল। কিন্তু ঘৰ পায়েই ৰতনীৰ অগ্নিমূৰ্ত্তি দেখি তাৰ চুৰ্ত্তি হেৰাল। বাটে বাটে ভাবি অহা এষাৰ কথাও তাইক কওঁ বোলোতেই মুখতে ৰ'ল। ... .পৃথিৱীত কতই বিয়া কৰিছে, কতই ঘৰ সংসাৰ পাতিছে কিন্তু সিবিলাকৰ জীৱনো এক আৰু ৰঙাইৰ জীৱনো এক। ৰঙায়ে মাথোন ইয়াকেই ভাৱে। সি দোষ দিয়ে মাথোন তাৰ জুইলগা কপাল খনক আৰু তাৰ মৰ্য্যাদীক। ......ৰতনীৰতো কোনো অপৰাধ নাই.. ..কিয় সি ইমান সোনকালে ঘৰলৈ উভতি আহিছিল? যদি কৰিবলগীয়া কাম শেষ হৈছিল তেন্তে সি ৰাস্তাই ৰাস্তাই ৰনীয়া কুকুৰৰ দৰে অনাই বনাই ঘুৰি হলেও আৰু কিছুপৰ বেলিকৈ ঘৰলৈ ওভতি আহিব নোৱাৰিলেহেঁতেন জানো?

ধনবৰে আন হাতে ঘৰত বহি বহি মাথোন ৰতনীৰ কথাকে ভাবি আছিল। সি ভাবিছিল তাইক কি উপায়েৰে উদ্ধাৰ কৰিব পৰা যায়। আৰু ভাবিছিল তাইক ৰঙাইৰ ওচৰৰ পৰা আতঁৰাই আনিবৰ কাৰণে কৰা তাইৰ আকুল মিনতিৰ কথা।

"তাই নিশ্চয় ৰঙাইৰ লগত সুখী হব পৰা নাই" সি নিজৰ

মনতে কৰলৈ ধৰিলে "নহলে আকৌ মোৰ আগত সিদিনা নিজকে সজাঁত বান্ধি থোৱা চৰাই বুলি তাই কিয় কব।...... ·

......বাস্তবিকতে ৰতনীৰ ' নিচিনা এপাহী ফুলক এটা অনুপযুক্ত মানুহৰ হাতত লেৰেলি যাবলৈ কোনমতে এৰি দিব নোৱাৰি। আৰু এই কাৰনেই তাইক তাৰ পৰা আতৰাই অনাতো দৰকাৰী। ......কিন্তু উদ্ধাৰ কৰাৰ উপায়?" হাতেৰে কপালৰ ঘাম মুচিবলৈ ধৰে—"যদি কোনেও নঞ্জনাকৈ ৰঙ্গাইক হত্যা কৰেঁ।!" তাৰ গা জিকাৰ খাই উথিল—"ওঁঃ ওঃ, অসম্ভৱ, অসম্ভৱ।" সি মূৰ জোকাৰিবলৈ ধৰে—"তেন্তে পলুৱাই নিয়াৰ বাহিৰেতো আন উপায় নাই! ......কিন্তু তাই জানো ৰাজি হব?"

ধনবৰৰ চিন্তাৰ শেষ হল। এতিয়া মাথোন এটা কথাত সি লাগি আছে... ..তাই জানো ৰাজি হব? সি থিক কৰিলে যে কোনে উপায়েৰে আৰু এবাৰ তাইক লগ ধৰি কথাটো কবই লাগিব।

ৰতনীয়ে যে তাক সেইদিনা মাতিছিল সেই কথাকেই অনবৰতে ভাবি থাকি তাৰ সময় নেযাই মুপুৱাই যেন হল। দিনত যাবলৈ তাৰ সাহ নহল। লাহে লাহে সন্ধ্যা লাগিল। সি লৰা লৰিকৈ চোলাটো পিন্ধি ৰতনীহঁতৰ ঘৰৰ ফালে যাবলৈ ধৰিলে। কিন্তু দুৰ্ভাগ্যগতিকে সেইদিনা ৰঙায়ে নগৰৰ পৰা সোনকালে ঘুৰি পালেহি, আৰু ধনবৰ যেতিয়া ৰঙাইৰ ঘৰৰ মুখ পালেগৈ তেতিয়া ৰঙায়ে, বাহিৰতে বহি আছিল। যেতিয়া ধনবৰে

ৰঙাইক দেখিলে সি চক খাই উথিল। সুবিধা হেকৰাত তাৰ মনতে বৰ দুখ লাগিল আৰু ৰতনীক দেখা কৰিবলৈ আন কোনো উপায় নেদেখি সি সেই বাটেদিয়েই ঘূৰিবলৈ গুছি গল।

ইয়াৰ পাছত এদিন দুদিন কৰি আৰু কেইবা দিনো পাৰহৈ গৈছে। ধনবৰে ৰতনীৰ ওচৰলৈ আহিবলৈ কোনো সুবিধা উলিয়াব পৰা নাই। সি নিতৌ আহে কিন্তু নিতৌ বিফল-মনোৰথ হৈ উভতি যাই, তাৰ বাটত প্ৰতিবন্ধক হৈ সদায় থিয় দি থাকে বৈৰী ৰঙাই। ইফালে সি নহাত তাৰ কিবা অসুখ হৈছে বুলি ৰতনীৰ সন্দেহ বাঢ়িবলৈ ধৰিলে। আৰু দিন যোৱাৰ লগে লগে এই সন্দেহ বিশ্বাসত পৰিণত হল। কল্পনাৰ আধিক্যত তাই দেখিবলৈ পাই অকলশৰীয়া ঘৰটোত ধনবৰে বিছনাত পৰি যন্ত্ৰনাত চত্‌ফটাই থকা। তাৰ যেন পিয়াহত ডিঙি শুকাই গৈছে কিন্তু পানী একন দিবলৈ ওচৰত কোনো নাই। সি যেন অতি আকুল কণ্ঠেৰে তাইক মাতিব লাগিছে। .....তাইৰ দিনবোৰ নেযাই দুপুৰাই যেন লাগিল। তাই কৰে কি ...... কেনেকৈ তাৰ ওচৰলৈ গৈ শুশ্ৰূষা কৰেগৈ...... উপায় কত? কিন্তু হথাতে এটা উপায় ওলাল। ৰঙাই সেইদিনা আবেলি পৰত কেনিবা ওলাই গল। ৰতনীয়ে এই সুবিধাৰ আগচুলিত খামোচ মাৰি ধৰিলে। আৰু ৰঙাই যোৱাৰ পাছতেই তায়ো বাৰীৰ পাছফালেদি ওলাই ধনবৰ থকা ঘৰটোলৈ বুলি পথাৰেদি পোনাই দিলে।

সৰু পুখুৰী এটাৰ পাৰতে সুন্দৰী ঘৰটো। ঘৰটোৰ আগৰ

পাশে আন ঘৰ নাই বুলিলেই হয়। ভেবেল এতিয়াও ঘুৰি অহা নাই। ৰতনী গৈ ঘৰটোৰ আগত থিয় হলগৈ। তাই ক্ষন্তেক ইফালে সিফালে মানুহ চাবলৈ ধৰিলে। কিন্তু সেই সময়ত বাটে পথেও কোনো মানুহ নাছিল। ঘৰটোৰ দুৱাৰখন এনেয়ে জপোৱাহৈ আছিল। ৰতনীয়ে লাহে লাহে গৈ ভিতৰত শুই থকা বেমাৰীয়ে কেনেবাকৈ সাৰ পাই বুলি কোনো শব্দ নকৰাকৈ দুৱাৰ মেলি ভিতৰ সোমাল। কিন্তু ভিতৰত তাই ধনবৰক নেদেখি বৰ আচৰিত হল।

যদিও ৰতনীয়ে ভিতৰত ধনবৰক নেদেখি আচৰিত হৈছিল তথাপি সি যে বেমাৰী হৈ পৰি থকা নাই, সেই কথাত তাই এটা মুক্তিৰ নিশ্বাস পেলালে আৰু নিজৰ মনৰ দুৰ্ভাবনাৰ কাৰণে খেদ কৰিবলৈ ধৰিলে। তাই ভাবি ললে যে ধনবৰ নিশ্চয় ফুৰিবলৈ গৈছে। জানোচা ধনবৰ আহিছে এই বুলি তাই এবাৰ বাহিৰলৈ ওলাই আহিল তাক চাবলৈ। কিন্তু কাকো নেদেখিলে। তাই আকৌ ভিতৰলৈ সোমাই গল। ঘৰৰ ভিতৰখন বৰ বেচিজিল হৈ আছিল আৰু বিছনাখনো ওলত্ পালত হৈ আছিল। ৰতনীয়ে কোথাতো ভালদৰে এবাৰ চাইললে। তাৰ পাছত তাই বৰ থৰকৈ কোথাটো অতাই পেলালে আৰু বস্তুবোৰ চিজিল লগাই থৈ বিছনাখন ভালকৈ পাৰি পেলালে। তাই আকৌ এবাৰ বাহিৰলৈ মুখ উলিয়াই চালে কোনোবা আহিছে বুলি। কিন্তু কোন নাই। তাই গৈ ধনবৰৰ বিছনাত শুই পৰিলেগৈ কিন্তু দুই মিনিট মানৰ

পাছতে তাই আকৌ উঠিল। আৰু বিছনাৰ কাষতে অলপৰৈ কিবা গমিবলৈ ধৰিলে। তাৰ পাছত তাইৰ খোপাৰ পৰা এপাহ ৰঙা গোলাপ ফুল সোলোকাইলৈ দুই হাতেৰে মুঠি মাৰি ধৰি শুঙিবলৈ ধৰিলৈ আৰু শেষত সেই ফুলপাহ ধনবৰৰ বিছনাত ভালদৰে থৈ তাই ঘৰলৈ উভতি আহিল।

তেতিয়া প্ৰাই এন্ধাৰ হৈছে। ৰতনীয়ে আগৰদৰে বাৰীৰ পাছফালেদি ঘৰ সোমালগৈ। ইতিমধ্যতে ৰঙাই ফুৰি আহি তাইক ঘৰত নেদেখি অলপ চিন্তিত হৈ ভিতৰতে বহি আছিল। যেতিয়া ৰতনী ভিতৰ সোমালগৈ তেতিয়া ৰঙায়ে নম্ৰভাবে তাইক সুধিলে—

"তুমি কলৈ গৈছিলা ৰতনী ?"

"বাৰীলৈ।" ৰতনীয়ে নিৰ্ভীক ভাবে উত্তৰ দিলে।

"বাৰীলৈ ? ...... ইমান এন্ধাৰত ?" ৰঙায়ে আচৰিত হৈ সুধিলে। কিন্তু ৰতনীয়ে ইয়াৰ কোনো উত্তৰ নিদিলে।

ৰঙায়ে ফুৰি আহি তাইক ঘৰত নেপাই আগেয়েই সকলোতে এবাৰ তাইক বিছাৰি চাইছিল। তাই বাৰীত থকাহেতেন সি নিশ্চয় লগ পালেহেতেন। সেইদেখি যেতিয়া সি দেখিলে যে ৰতনীয়ে তাৰ মুখৰ আগতে মিছামাতি গল তেতিয়া সি অন্তৰত বৰ আঘাত অনুভৱ কৰিলে। কিন্তু তথাপি সি তাইক একো নকলে। ঘৰত অশান্তিৰ সৃষ্টি নকৰিবৰ কাৰণেই তাইৰ কথাকে সি সঁচাবুলি ধৰি ললে। যদিও সেই কথা বিশ্বাসযোগ্য নাছিল। ৰতনীৰ নিৰ্মম ব্যৱহাৰত ৰঙায়ে

অন্তৰতে ভাঙি পুৰি মৰিব লাগিছে, বেদনাৰে তাৰ হৃদয় ক'লা পৰি গৈছে, তথাপি যে ৰতনীয়ে তাক বঞ্চনা কৰিব পাৰে, তাই যে অবিশ্বাসিনী, এনে কথা সি মনলৈ আনিবলৈকে টান পাই। সেই দেখিয়েই সি তাইক বিশ্বাস কৰিলে, অবিশ্বাস কৰিলে মাথোন নিজৰ চকুক।

এই ঘটনাৰ এসপ্তাহ মানৰ পাছৰ কথা। গাওঁ গোটেই খনতে দোলদোপ্-হেন্দোলদোপ্ লাগিছে। গাৱঁৰ ৰাজহুৱা নাম ঘৰত জলপনীয়া সবাহ আৰু ৰাতিলৈ 'ৰাম বনবাস' ভাৱনা পাতিছে। গাৱঁৰ লৰা, বুঢ়া, ডেকা এটাই বোৰ পালে-পালে, জাকে জাকে নাম ঘৰলৈ অহাযোৱা কৰিছে। নাম ঘৰৰ আশে পাশে মতাই মতাৰ ভাগে আৰু মাইকীয়ে মাইকীৰ ভাগে সৰু সৰু জুম পাতি ৰাতিলৈ কোনে কি ভাও দিব তাৰ আলোচনা কৰিছে। কোনোৱে নামত ধৰিছে, কোনোৱে আকৌ ঘৰলৈ জলপান কঢ়িয়াইছে।

ৰঙায়ো ইয়াৰ কামতে বৰ ব্যস্ত। ৰতনীয়েও মাজতে এবাৰ নামঘৰলৈ আহিছিল। কিন্তু গাৱঁত ইমান আনন্দৰ দিনটো ধনবৰে একো ভাগ লব পৰা নাই। সি তাৰ সৰু ঘৰটোতে সোমাই থাকি বাটেদি অহাযোৱা কৰা মানুহ বোৰকে চাই আছে আৰু ভাবি আছে ৰতনীক উদ্ধাৰ কৰাৰ উপায়। ভেবেল প্ৰাই এইকিদিন নামঘৰতেই আছে। ৰতনীয়ে বিছনাত ফুল থৈ অহাৰ পাছত ধনবৰে তাইক এবাৰ দেখা কৰিছিল কিন্তু তাইৰ লগত আলোচনা কৰি সি কোনো সীদ্ধান্ততে উপনীত হব পৰা নাই।

পলাইযোৱাৰ বিষয়ে তাই এতিয়াও একো খাতাং জবাব দিয়া নাই।

ৰঙায়ে ভাৱনাটো যোগ দিছিল। ৰাতিলৈ সি লক্ষ্মণৰ ভাৱ দিব লাগিব। বাস্তবিকতে ৰঙাই ভাৱ দিয়াত বৰ পাকৈত মানুহ। যোৱাবাৰ এনেকুৱা দিনতে সি শ্ৰীকৃষ্ণ ভাৱ দি গোটেই ৰাইজক চমৎকৃত কৰিছিল। এইবাৰো দৰ্শকে তাৰ পৰা কম আশা কৰা নাই। ৰঙায়ে কিন্তু নিজৰ মনতে ভাবিছিল যে যদি ৰতনীক কোনোমতে সেই ভাৱনা দেখুৱাব পৰা যাই তেনেহলে কথাটো বৰ ভাল হব। সেইদেখিয়েই সি সেইদিনা নামঘৰৰ পৰা সোণকালে আহি ৰতনীক ভাৱনা চাবলৈ ওলাবলৈ কলে কিন্তু ৰতনীয়ে একো নভৱা নিচিন্তাকৈয়ে ঘপ কৰে কৈ দিলে যে তাই ভাৱনা চাবলৈ নেযাই। ৰঙাইৰ মনৰ উত্তম কিছুপৰিমানে চেঁচা পৰি গল। তথাপিও নগলে নহয় কাৰণে সি অকলৈ যাবলৈ খাইবই সাজু হল। ৰতনীয়ে এতেপৰে কথাটো ভালকৈ ভাবিচালে। তাই দেখিলে যে গলে লাভৰ বাহিৰে লোকচান নহয়। কাৰণ ভাৱনাত ধনবৰক লগ পোৱাৰ খুব সম্ভাৱনা আছে। সেইদেখি ৰঙাই যাবৰ সময়ত তায়ো যাবলৈ ওলাল। ৰতনীৰ এনেকুৱা স্বভাৱত ৰঙাই অভ্যস্ত আছিল, সেই গতিকে তাই আকৌ যাবলৈ ওলোৱাত সি একো আচৰিত নহল। বৰং তাইৰ মন ঘুৰাত সি আনন্দহে পালে।

নামঘৰৰ হাউলীত প্ৰজাৰ বিৰ দি সন্ধি পাবলৈ নাই। খভাৰ এমুৰত চোঁঘৰ পাতিছে। ছুকালে মতামানুহ বহিছে

আৰু এফালে মাইকীমানুহ আৰু সৰু সৰু লৰাছোৱালীবোৰ ৰহিছে।

গায়ন আৰম্ভহলত শবদত কাণ ফাটি যাওঁ ফাটি যাওঁ যেন হল। খোল মৃদঙ্গৰ চেৱে চেৱে তাত উপস্থিত থকা মানুহবোৰৰ মনো নিশ্চয় নাচি উঠিছিল। গায়নৰ অন্তত সূত্ৰধাৰীয়ে নানা অঙ্গি ভঙ্গি দেখুৱাই ভাৱনা আৰম্ভ কৰি দিলে। আৰু সূত্ৰধাৰীৰ নাচ অন্ত হোৱাৰ লগে লগে মানুহবোৰে ৰাম লক্ষ্মণৰ দৰ্শন পাবলৈ উদ্‌গ্ৰীব হৈ ৰল। যেতিয়া ৰাম লক্ষ্মণ চোঁঘৰৰ পৰা ওলাল তেতিয়া ৰাইজে হৰিধ্বনি কৰি ভক্তিভৰে প্ৰণিপাত কৰিলে। লগে লগে লক্ষ্মণৰ ভাৱ দেখি ৰাইজে ধন্য ধন্য কৰিবলৈ ধৰিলে।

মাইকীমানুহবোৰৰ মাজত ৰতনী বহি থাকোঁতে তাইৰ ওচৰতে বহা আন দুইএজনী সমনীয়াই ৰঙায়ে লক্ষ্মণৰ ভাৱত কৃতকাৰ্য্যতা হোৱাত, তাইৰ গাত চিকুত মাৰি কলে—"এতিয়ানো এওঁৰ গপ কি নেচাবা।"

সিহঁতৰ কথা শুনি ৰতনীয়ে বৰ খং দেখুৱাই মুখ ওফোন্দাই ঘুৰি বহিল। তাইৰ ভাৱনাত বিশেষ মন দিয়া নাছিল। তাইৰ চকুজুৰীয়ে মানুহৰ মাজত তন্ন তন্ন কৰি বিছাৰি ফুৰিছিল ধনবৰক। সমনীয়া কিজনীয়ে তাইৰ কথা দেখি বিস্ময় মানিলে আৰু সিহঁতে লাজ পাই তাইৰ ওচৰৰ পৰা উঠিগুছি গল। কিছুপৰ ভালকৈ পৰ্য্যবেক্ষন কৰাৰ পাছত ৰতনীয়ে সচাকৈয়ে ধনবৰক মানুহৰ ভীৰৰ এদাতিয়ে থিয় হৈ তাইকে একেৰাহে চাই থকা দেখিবলৈ পালে।

ধনবৰ; দেখি ৰতনীয়ে যিমানদূৰ পাৰে তাৰ দৃষ্টি আকৰ্ষন কৰি মানুহৰ মাজৰ পৰা উথি আহিল আৰু এখোজ দুখোজ কৰি ঘৰৰ ফালে যাবলৈ ধৰিলে। ধনবৰেও এতেপৰ থিক তাকেই বিচাৰিছিল আৰু সেইদেখি সিও তাৰ পৰা গুছি আহি ৰতনীৰ লগ ধৰিলেহি। যোতয়া সিহঁত মানুহৰ পৰা অলপ আতঁৰ হল তেতিয়া ধনবৰে ৰতনীক সুধিলে—

"তুমি কিয় গুছি আহিলা ৰতনী ?"

"মোৰ মুৰটো বৰকৈ কামুৰিছে।" ৰতনীয়ে উত্তৰ দিলে।

তাই ধনবৰৰ কান্ধত হাতখে তাৰ গাতে হাউলী যাবলৈ ধৰিলে। দুয়ো কিছুপৰ মনে মনে থাকি ধনবৰে আকৌঃ সুধিলে—

"তুমি কি স্থিৰ কৰিলা ৰতনী ?"

"একো কৰা নাই।"

"কিন্তু এই দৰেতো আৰু বেচিদিন থাকিব নোৱাৰি। ৰঙাইৰ মনতো সন্দেহ হবলৈ ধৰিছে। মোৰ মনেৰে আজি আমি নিৰাপদে ইয়াৰ পৰা গুছি যাব পাৰোঁ। এনে সুবিধা দুনাই পোৱাও টান . ..." ধনবৰে কলে।

"মোক ভাবিবলৈ দিয়া, ভাবিবলৈ দিয়া ধনবৰ! পলাই যোৱাৰ কথা কলে মোৰ গাত কপঁনি উথে। কথাটো ভালদৰে ভাবি চাবলৈ মোক আৰু কিছুদিন সময় দিয়া।"

ৰতনীয়ে ধনবৰৰ কান্ধৰ পৰা হাত নমাই আনিলে।

"সময় ? ......আৰু কিমান দিন ?"

"বেচিদিন নহয় ধনবৰ। মাথোন আৰু এদিন মোক ভাবিবলৈ দিয়া।"

"তুমি বুজা নাই ৰতনী মই কিমান মানসিক অশান্তিৰ মাজত দিন কটাব লাগিছোঁ। ঘৰত বেমাৰী তাইক অকলৈ এৰিথৈ আহি তোমাৰ এটা কথাৰ উত্তৰ পাবলৈ বুলি আজি সপ্তাহৰ পাছত সপ্তাহ কটাই দিছোঁ। তথাপিও যদি তুমি মোৰ দুখ বুজিলা হেতেন।"

ৰতনীয়ে ধনবৰৰ কথাৰ এইবাৰ কোনো উত্তৰ নিদিলে। দুয়ো নিঃশব্দে গৈ থাকিবলৈ ধৰিলে। ঘৰ পাবলৈ মাথোন অলপ দূৰ বাকী। এনেতে ৰতনীয়ে বাটতে থিয়হৈ বৈ ধনবৰক কলে—

"তুমি যোৱাঁগৈ ধনবৰ! এই ডোখৰ বাট মই অকলৈ যাব পাৰিম। মোৰ কোনো ভয় নেলাগে।"

-"কিয়? মই একেবাৰে ঘৰত থৈ আহোঁগৈ ব'লা।" ধনবৰ কলে।

"নেলাগে ধনবৰ তুমি যোৱাঁগৈ; মই যাব পাৰিম।"

ধনবৰে ৰতনীৰ হঠাৎ এই আচৰণ দেখি আচৰিত হল। তাইৰ কথাৰ মৰ্ম্ম সি বুজিব পাৰিলে। কিন্তু জানোচা তাই মনত আঘাত পাই, এনে ভাবি সি তাইক আৰু আগবঢ়াই থবলৈ একো জোৰ নকৰিলে। সেই দেখি সি অলপ ভাবি চাই কলে—

"বাৰু যাও তেন্তে ৰতনী! কিন্তু......"

ধনবৰে তাইক চুমা খাবলৈ ওচৰ চাপি গল।

"আজি নহয় ধনবৰ।" তাই ধনবৰৰ হাত দুখনত ধৰি পাছলৈ খেলি কলে—"তুমি যোৱাঁগৈ মই চাই থাকো।"

ধনবৰে ক্ষুণ্ন মনেৰে ঘৰলৈ উভতি গল। ৰতনীয়ে তাতে কিছুপৰ বৈ তাক চাই থাকিল আৰু যেতিয়া তাক নেদেখা হল তেতিয়া বেগেৰে ঘৰলৈ গুছি আহিল।

ঘৰপাই ৰতনীয়ে বিছনাত পৰি কান্দিবলৈ ধৰিলে। তাইৰ আগত আজি এটা বিষম সমস্যা উপস্থিত। হয় ৰঙাইক এৰি যাব লাগিব নহয় ধনবৰক পোৱাৰ আশা চিৰকালৰ কাৰণে পৰিত্যাগ কৰিব লাগিব। আগত মাথোন দিনটো বাকী। ধনবৰ একেবাৰে অবুজন। যেনে কি বিষম নহওক তাই আজিয়েই এটা থিৰাং কৰিব লাগিব। কিন্তু এই ভয়ানক মুহূৰ্ত্তত তাই নিজকে অতি দুৰ্ব্বল যেন বিবেচনা কৰিলে। সমস্যাৰ গভীৰতা সহিব নোৱাৰি তাই কান্দি পেলালে। তাইৰ চকুৰ আগত. ভাহি উঠিল দুখনি মুখ———এখন হৈছে তাইৰ প্ৰেম ৰাজ্যৰ প্ৰথম কোৱঁৰ ধনবৰৰ। যাৰ আগমনত এদিন তাইৰ মন আচম্বিতে পুলকিত হৈ উঠিছিল, প্ৰাণ আনন্দত নাচি উঠিছিল আৰু মুখ চকুত ফুটি উঠিছিল এটি স্বৰ্গীয় আভা। যাৰ বিৰহত তাই সংসাৰত থাকিও মৃত যেন অনুভৱ কৰিছিল আৰু যাৰ লগত মিলনৰ আকাংখ্যাত তাইৰ মন আজিও উদ্বাউল হৈ আছে।

—আনখন হৈছে তাইৰ নিজৰ স্বামী ৰঙাইৰ। জীৱনে মৰণে, শয়নে সপোনে, যাৰ জীৱনৰ লগত তাইৰ জীৱন এজান

এৰাব নোৱাৰা দোলেৰে সমাজে বান্ধি ৰাখিছে, আৰু যি ধৰ্ম্মমতে, সমাজৰমতে তাইৰ পৰা সকলো দাবী কৰিব পাৰে। কিন্তু, যি তাইৰ শত অনাদৰ, অৱহেলা নীৰৱে মূৰ পাতি লৈ প্ৰতিক্ষা কৰি ৰৈ আছে, অযাচিতে ধালিদিয়া তাৰ হিয়া ভৰা প্ৰেমৰ কোনোবা শুভক্ষনত প্ৰতিদান-পাবলৈ বুলি। —যাৰনে থাকিব তাৰ একো স্থিৰ তাই কৰিব পৰা নাই। যদি যাই তেতিয়া কথাটো কেনে হব তাক তাই ভাবিবলৈ ধৰিলে— অতি দুখীয়া সি ৰঙাই। সৰুতে পিতৃমাতৃহীন হোৱাৰ পৰা দুখতেই তাৰ জীৱন গৈছে। সংসাৰত তাৰ আপোন জন কোনো নাই। তাই গুছিগলে তাক বুজনি দিবলৈকে কোনো নোলাব; তাৰ হিয়া শোকত ভাগি যাব।......ৰঙাইকতো তাই ভাল নোপোৱা নহয়, অনাদৰ কৰৈ মাথোন ধনবৰৰ কাৰণেহে...কিন্তু ধনবৰক নেপাইথাকি তাই কেতিয়াবা জীৱনত সুখীহব পাৰিব জানো? —তাই ভাবি ভাবি একোকে স্থিৰ কৰিব নোৱাৰে।

ধনবৰেও বাটৰ পৰা উলটিগৈ মহাচিন্তাত পৰিল। সি তাৰ সৰু ঘৰটোত বহি ভাবিবলৈ ধৰিলে ৰতনীৰ অদ্ভুত আচৰণৰ কথা। —"মই তাইক যিদৰে ভাল পাওঁ, তাই মোক সিমান ভাল পাইনে? নহলে কি তাই নিজৰ স্বাৰ্থ সিদ্ধিৰ কাৰণে মোক পুতলা হিছাবে লৈ খেলা কৰিছে।..... মোৰ অনুপস্থিতিত তাই আহি মোৰ বিছনাত ফুল থব কিন্তু তথাপি তাইক ঘৰত আগবঢ়াই থৈ আহিবলৈ মোক লগত যাবলৈ নিদিয়ে। তাই ৰঙাইক যে ভাল নেপাই, এইটো কথা সচাঁনে?"

চিন্তা কৰি কৰি বহি থাকোঁতেই তাৰ ৰাতি পুৱাই গল। সি শুবলৈ পাহৰিলে। ৰাতিপুৱাও তাৰ মনত চিন্তাৰ সোঁত নকমিল। কিন্তু বিশেষকৈ যেতিয়া সি খবৰ পালে যে তাৰ মাকৰ বৰ টান নৰীয়া আৰু অকলশৰীয়া অফলী একেবাৰে নিৰুপাই অৱস্থাত তেতিয়া সি পাগল হোৱাদি হল। দিনত সি খোৱাবোৱা সকলো এৰিলে। সি থিক কৰিলে যে সেইদিনা ৰাতি ৰতনীৰ সৈতে নতুবা পিছদিনা ৰাতিপুৱা অকলৈ হলেও ঘৰলৈ যাবই। আন কোনো কথাকে সি ইয়াৰ ভিতৰলৈ আহিবলৈ নিদিয়ে। ইয়াকে সিদ্ধান্ত কৰি সি ভৰদুপৰ বেলা বাৰীৰ পাছফালেদি সোমাই গৈ ৰতনীৰ আগত হাজিৰ হল অসময়ত ধনবৰক দেখি ৰতনীৰ বৰ ভয় লাগিল। কপাল ভাল যে সেই সময়ত ৰঙাই ঘৰত নাছিল।

"ৰতনী!" ধনবৰে মাতিলে।

ৰতনীয়ে দোষীমানুহৰ দৰে হথাৎ কোনো উত্তৰ দিব নোৱাৰি ধনবৰৰ শুকান মুখখনলৈ চাই থাকিল।

"মই সকলো স্থিৰ কৰিলোঁ। ৰতনী!" ধনবৰে আকৌ কলে

"কি স্থিৰ কৰিলাঁ?" ৰতনীয়ে সুধিলে।

"আজি ৰাতিকৈ খাই উথাৰ পাছত তুমি ইয়াৰ পৰা ওলাই যাবা আৰু আমি সেই মুহূৰ্ত্ততে ইয়াৰ পৰা গুছি যাম।"

"আজি ৰাতি!"

"হয়।"

"ধনবৰ তুমি ইমান অবুজন হৈছা কিয়?......আৰু দুদিন

..... দুদিন মাথো তুমি অপেক্ষা কৰা। তেতিয়া মই তোমাক কি কৰা যাই নিশ্চয় কৈ কম। মোক অলপ ভাবিবলৈ দিয়া ধনবৰ !”

“অসম্ভৱ মই আৰু তাৰ বেচি এক মুহূৰ্ত্তও থাকিব নোৱাৰোঁ। ৰতনী! তুমি যেনে তেনে উপায়েৰে যাবই লাগিব।...... মই বাহিৰত তোমাৰ কাৰণে অপেক্ষা কৰিম।”

কথাকিটা কৈয়েই ধনবৰে তৎক্ষনাৎ তাৰপৰা গুছি আহিল। ৰতনীয়ে তাৰ কথাৰ একো তত্ ধৰিব নোৱাৰি তাতে নিশ্চল হৈ ৰৈ থাকিল।

সেই ৰাতি ধনবৰে নিৰ্দ্দিষ্ট সময়ত বাহিৰত ৰতনীৰ কাৰণে অপেক্ষা কৰিবলৈ ধৰিলে। চাওঁতে চাওঁতে ৰাতি এপৰ, দুপৰ কৰি কেবাপৰো পাৰ হৈ গল। কিন্তু ৰতনী নাহিল। ধনবৰে কিন্তু আশা নেৰিলে। সি তাইৰ কাৰণে বাট চাই ৰৈ থাকিল। কিন্তু তেতিয়াও ৰতনী নাহিল। ধনবৰ ক্ৰমাৎ অধৈৰ্য্য হবলৈ ধৰিলে। হতাশত তাৰ বৰ ভাগৰ লাগিল। গছৰ ডালত দুইএটা চৰায়ে কিৰিলীপাৰি নিশা অৱসানৰ বাৰ্ত্তৰি জনালে। ৰাতিপুৱাবলৈ আৰু বেচি সময় নাই। ধনবৰে ভগ্ন হৃদয়লৈ তাৰ বহালৈ ওভতি আহিল। তাৰ মনতে বৰ অৱশাদ আহিল আৰু সি তাত এখন্তকো থাকিবৰ মন নকৰিলে। ৰাতিপুৱাৰ লগে লগে সি খোজললে—ক'লৈ সি নিজেও কব নোৱাৰে। মনতে মাথোন উপলব্ধি কৰিলে এটাকথা—নাৰী চৰিত্ৰ ইমান দুৰ্ব্বোধ্য !

# ষষ্ঠ অধ্যায়।

তনুশ্যাম ধনবৰৰ ঘৰৰ পৰা গুছি যোৱাৰ পাছত সেই-দিনাই ভদৰামো তাৰ পৰা ওলাই আহি ওচৰতে তাৰ আন এজন বন্ধুৰ ঘৰত থাকিবলৈ ললে। সি যাবৰ সময়ত ধনবৰ-হঁতক কৈ গৈছিল যে সি তাৰ সেই বন্ধুজনৰ অনুৰোধ কোনো-মতে এৰাব নোৱাৰিহে আৰু কিছুদিন তাত থাকিবলৈ বাধ্য হৈছে। কিন্তু আচলতে তাক কোনেও একো অনুৰোধ কৰা নাছিল। তাৰ প্ৰকৃত উদ্দেশ্য আছিল অফলীৰ পৰা আঁতৰি নোযোৱা"। সেইদেখি ভদায়ে তাৰ বন্ধুৰ ঘৰত থাকিও অফলীক দেখাশুনা কৰি থাকিবলৈ ধৰিলে। সেই সময়ত ধনবৰৰ মনৰ অৱস্থা একেবাৰে ভাল নাছিল। আৰু ভদায়হঁত তাৰ ঘৰৰ পৰা যোৱাৰ দুদিন মানৰ পাছতে সিও ৰতনীৰ ওচৰলৈ গুছি গৈছিল। কিন্তু ধনবৰ ঘৰত নথকাৰ অৱস্থাতো ভদায়ে নিতৌ তাহাঁতৰ ঘৰলৈ অহা-যোৱা কৰি থাকিবলৈ নেৰিলে।

অফলীৰ লগত ভদাইৰ প্ৰায়েই দেখা হয়। ককায়েক ঘৰত নায়েই আৰু মাক বেমাৰী মানুহ গুপে বৰকৈ উথি লবি ফুৰিব

নোৱাৰে। অফলীৰ সঙ্গসুখ এনেদৰে উপভোগ কৰাৰ সুবিধা পাই ভদায়ে নিজকে আনন্দত উতাই দিলে। সি নানাকথা কুহুঁলীয়াই অফলীৰ মন ভুলাই ৰাখিবৰ চেষ্টা কৰে। কথাৰে, কাৰ্য্যেৰে সি তাইক বুজাবৰ চেষ্টা কৰে যেন তাই নহলে তাৰ জীৱনেই শূন্য হৈ উথিব। তাইক কাষত নেপালে তাৰ মন যেন বলীয়া হৈ উঠে। ঘৰ্ণাক্ষৰেও কেতিয়াবা তাহাঁতৰ মাজত বিয়াৰ কথা ওলালেই ভদায়ে আন কথা উলিয়াবলৈ ধৰে। বিয়াৰ কথাত সি বৰ অস্বষ্টি বোধ কৰে। কিন্তু মৃকলী মূৰীয়া আজলী গাৱঁলীয়া ছোৱালী অফলীয়ে তাৰ কথাৰ আচল ধাৰ বুজিব নোৱাৰে। তাই ভদাইৰ মুখস্থৰদি কথাত ভোল যাই; ভাবে তাৰ হিয়াভৰা অকৃত্ৰিম পবিত্ৰ প্ৰণয়ৰ প্ৰতিদান নিদিলে পাছত চীৰজীৱন অনুশোচনাতে কটাব লাগিব। তাই বৰ্ত্তমানৰ আনন্দত বিভোৰ হল, বিশ্বাসহীন ভবিষ্যত তাইৰ সপোনৰো অগোচৰ হৈ থাকিল।

অফলী হতঁৰ ঘৰলৈ এইদৰে ভদায়ে অহাযোৱা কৰিবলৈ ধৰাত ওচৰৰ দুই এঘৰ মানুহে গোপনে নানা কথা উলিয়াবলৈ ধৰিলে। কথা বুলিলেই বতাহ। ক্ৰমাৎ ভদাই-অফলীৰ সম্বন্ধে গাওঁ গোটেই খনতে কিছুমান কথা জনাজনি হবলৈ ধৰিলে। ভদাই নগৰীয়া মানুহ। আজি মাহেক দিন ইঘৰ-সিঘৰ কৰি সি কিয় গাঁৱত সোমাই আছেহি। অফলী বাজলৈ ওলাব নোৱাৰা হল। তাইক বাটিৰত দেখিলে তাইৰ সমনীয়া জীয়ৰি ছোৱালীবোৰে ফিচিঙা-ফিচিঙ্ কৰি হাঁহিবলৈ ধৰে,

তাই লাজত মৰি যোৱা যেন হয়। লাহে লাহে কথা এইদৰে ৰাষ্ট্ৰ হবলৈ ধৰাত গাৱঁৰ মানুহৰ কোনোৱে অফলীহঁতৰ ঘৰলৈ আহিবলৈ বন্ধ কৰি দিলে। কোনোৱে অফলীক ব্যাভিচাৰীণী বুলি কবলৈকো দ্বিধা বোধ নকৰিলে। কোনোৱে আকৌ সিহঁতৰ ঘৰলৈ আহি ৰং চাবৰ মনেৰে অফলীৰ মাকক সচাঁই মিচাই কিছুমান অলাগতীয়াল কথা, ভদাইৰ সম্বন্ধে, সুধি কৰিবলৈ ধৰিলে। অফলীয়ে এনেবোৰ কথাত বেজাৰ পাই কেতিয়াবা ভদাইৰ পৰা আতৰি থাকিবলৈ যত্ন কৰে; কেতিয়াবা তাক পাকে-প্ৰকাৰে বুজাবলৈ চেষ্টা কৰে যে তাহাঁতৰ বিয়াখন সোনকালে হবলাগে। ভদায়ে কিন্তু আগৰ দৰেই বিয়াৰ কথা উলাবলৈকে নিদিয়ে।

অফলীৰ মাকে অতদিন ভাবি আছিল যে ভদায়ে নিজেই বিয়াৰ প্ৰস্তাব কৰিব। কিন্তু যেতিয়া ভালেদিন যোৱাৰ পাছতো ভদায়ে সেই বিষয়ে তেওঁৰ আগত নাইবা জীয়েকৰ আগতো একো শুনাকে নুলিয়ালে তেতিয়া তেও ই কথাই কথা নহয় বুলি ভাবি এদিন ভদাইক সুচবলৈ মাতি নি কলে—

"বোপাই তুমি দেখিছাই নহয় মই বেমাৰী মানুহ। বাপেক মৰাৰে পৰা লৰাছোৱালী হালকে বুকুত বান্ধিলে কোনোমতে জীয়াই আছোঁ। অফলী মোৰ মাথোন একেজনী ছোৱালী। তাইক তুমি নিজেই ভালদৰে দেখিছা। এতিয়া সোনকালে বিয়াখন পাতি তাইক লৈ যোৱা। তাইক তোমাৰ হাতত গতাব পাৰিলেই মই সুখেৰে মৰিব পাৰোঁ।"

"বাৰু মই কথাষাৰ ভাবি চাওঁ। তুই এদিনতে যি হয় এটা থিৰ কৰিব লাগে।"—ভদায়ে বুঢ়ীৰ কথাত অলপো আচৰিত নহৈ গহীন ভাৱে উত্তৰ দিলে।

এইখিনিতে এইটো মন কৰিব লগীয়া যে যদিও ভদায়ে অফলীৰ সৈতে বৰ ঘনিষ্ঠ ভাবে চলিছিল তথাপি সি তাইক বিয়া কৰোৱাৰ কথা একেবাৰে ভৱা নাছিল। কাৰণ সি আগতেই বিয়া কৰালে। কিন্তু এই কথা অফলীহঁত কোনেও নেজানিছিল। আন কি ধনবৰৰো এই বিষয়ে একো সন্দেহ নাছিল। ভদাযে ইমান দিনে অফলীক আৰু তাইৰ মাকক মিছা কথাৰে ভুৱা দি আহিছিল। কিন্তু মিছা কথা কিমান দিন তিকিব। আচল কথাটো এদিন নহয় এদিন বাহিৰ হবই। সেই বুলিও ভদায়ে একো ভয় কৰা নাছিল। তাৰ ধন আছিল বহুত। সি ভাবিছিল যে যেনেকি বেয়া কাম কৰিলেও সি টকাৰে মানুহৰ মুখ বন্ধ কৰি থব পাৰিব। সংসাৰখনেই টকাৰ কাৰণে লালায়ীত। টকা পালে মানুহে সকলো বিসৰ্জ্জন দিব পাৰে। কিন্তু তথাপি যেতিয়া অফলীয়ে আৰু তাইৰ মাকে ভদাইক ওপৰাওপৰিকৈ বিয়াৰ কাৰনে জোৰ কৰিবলৈ ধৰিলে তেতিয়া সি কথা অলপ বিষম যেন পালে। সি বুজিলে যে এনে অৱস্থাত আৰু বেচি দিন থাকিলে বিপদত পৰাৰ সম্ভাৱনা আছে। সেই দেখি সি অলপ দিনতে ঘুৰি আহি বিয়া কৰাবহি বুলি অফলীক আৰু মাকক ভুৱা দি থৈ ঘৰলৈ ভুকুং কৰি গুছি গল। অফলীহঁতেও সেই সময়ত তাৰ কথা অবিশ্বাস কৰিবৰ কোনো কাৰণ নেদেখিলে।

দিনৰ পিছত দিন যাবলৈ ধৰিলে। কিন্তু ভদাই অহা নাই। মাকৰ থেকেচনি খাই, সমাজৰ লাঞ্চনা ভুগি অফলীয়ে দিন নিয়াইছে। তাইৰ মনতে ডাথ বিশ্বাস আছিল যে ভদায়ে তাইক কেতিয়াও নবঞ্চে আৰু সেই কাৰণেই এদিন সকলো অপবাদৰ মাজতো সমাজত মূৰ ডাঙি চাব পাৰিব বুলি তাই নীৰবে সকলো অপমান সহ্য কৰে। তথাপিও কেতিয়াবা তাই মনতে কোনোবাই কোৱা যেন পাই যে ভদাই আৰু নাহে। কিন্তু এই বোৰ কথা তাই কাকো নকয়। তাই আগৰ দৰেই দেখাত ৰাংধালি হৈ ঘুৰি ফুৰে। তাইৰ যেন একোৱেই হোৱা নাই, আৰু তাই ভাবিবলৈকো যেন কোনো কথা নাই। বেমাৰী মাকে তাইৰ দুখ দেখি মনত কষ্ট নেপাবৰ কাৰণেই তাই এইদৰে মনত বৰ আনন্দেৰে থকা যেন দেখুৱাই। কিন্তু যেতিয়া সকলো কাম কৰি এটাই মাকৰ ওচৰৰ পৰা তাই আতৰি গৈ অকলৈ বহি থাকে তেতিয়া চকুপানী টুকি তাইৰ ৰিহাৰ আগ তিতি যাই। তেতিয়া তাইৰ মনলৈ আহে ভদায়ে তাইক বিয়া কৰাই নিনিলে তাইৰ অৱস্থা কি হৈ পৰিব। তাই যে গোপনে ভদাইক স্বামীৰূপে বৰণ কৰিলে তাকতো আৰু বেচিদিন লুকাই ৰাখিব নোৱাৰে। যেতিয়া সকলো ওলাই পৰিব তেতিয়া তাইৰ থাকিবৰ ঠাই নোহোৱা হব।……সমাজৰ দমন মূৰ্ত্তিৰ কথা ভাবি তাইৰ প্ৰাণ ভয়ত বিহ্বল হৈ পৰে। তাই বহি থাকোঁতেই আগত দেখিবলৈ পাই যেন সমাজৰ এক বিৰাত সৈন্য বাহিনীয়ে হাতত নিৰ্ব্বাসন, দৰিদ্ৰতা, অনাহাৰ, লাঞ্চনা

আদি নির্য্যাতনৰ ভীষণ অস্ত্রবোৰৰে সৈতে তাইক অসহায়া অৱস্থাত আক্রমণ কৰিবলৈ আগবাঢ়ি আহিছে—অবলা ৰমণী তাই যাই ক্ক'লৈ ?······পলাই ক'ত ?......তাইৰ মূৰ আচন্দ্রাই কৰিবলৈ ধৰে।

দিন গৈ আছে। লাহে লাহে মাহো পাৰ হল। কিন্তু ভদাই নাহিল। অফলীৰ মাকে অতদিন আশা কৰি থকা কথা এটাৰ এতিয়া সম্পূর্ণ বিপৰিতটো হব খোজাত মূৰত স্বৰগ ভাগি পৰা যেন পালে। তেওঁ সন্দেহ কৰিবলৈ ধৰিলে যে ভদাই আৰু কেতিয়াও নাহে। জীয়েকৰ সর্ব্বনাশ সাধন কৰি থৈ সি কাপুৰুষৰ দৰে গুচি গল। কিন্তু ভদাইক এই বিষয়ত লাই দিয়াত তেওঁ যে কম দোষী নহয় তাক ভাবি বুঢ়ীয়ে কেতিয়াবা কপাল ভুকুৱাই কান্দিবলৈ ধৰে। কিন্তু মাকক তেনেকৈ বন্দা দেখিলে অফলীয়ে নিজৰ মনতে বল বান্ধি, সকলো লাজ কাটি কৰিথৈ তেওঁক বুজনি দিবলৈ ধৰে।--

—"আই তুমিনো মিছাতে কেলেই কান্দিছা ? তেওঁ আহিম বুলি কৈ গৈছে যেতিয়া নিশ্চয় আহিব।... বিয়াখন কিবা একেদিনাই পাতিব পাৰিনে। হয়তো নগৰত গৈ কিবা লেঠাত পৰিছে। লেঠা মৰিলেই তেওঁ আহিব।"—

বুঢ়ীয়ে জীয়েকৰ কথা শুনি অলপ আশ্বাস পাই। তেওঁ কান্দিবলৈ এৰে। কিন্তু অফলীৰ চিন্তাক্লিষ্ট শেতাপৰি যোৱা মুখখনি দেখিলে তেওঁৰ আকৌ শোকে খুন্দা মাৰি ধৰে। অফলীয়ে যিমানেই চেষ্টা নকৰক লাগিলে মাকৰ চকুৰ আগত

তাইৰ দুখ লুকাই ৰাখিব নোৱাৰে। তাইৰ কৃত্রিম হাঁহিৰ মাজত বিৰিঙি উথে নিতে তিল তিল কৰি তাইৰ চিত্ত দগ্ধ কৰা বেদনাৰ অগ্নিস্ফুলিঙ্গ। মাকে বুজিব পাৰে যে তাই তেওঁৰ চকুৰ অন্ত-ৰালত লুকাই লুকাই কান্দি ফুৰে। জীয়েকক সান্ত্বনা দিবলৈ বুঢ়ীয়ে ভাষা বিছাৰি নেপাই। বিষাদত তেওঁৰ প্রাণ শুকাই যাই। তথাপিও এনে অৱস্থাত যদি ধনবৰ ওচৰত থাকিলে হেতেন, তেতিয়াহলেও বুঢ়ীয়ে মনত কিছু শান্তি পাই থাকিলে হেতেন। কিন্তু ধনবৰে নগৰত কাম আছে বুলি ওলাই গৈ আজিলৈকে ঘুৰি অহা নাই। ইমান দিনে খেতি পথাৰ এৰি সি ক'ত ঘুৰি ফুৰিছেগৈ, ক'ত আছেগৈ তাৰ একো থিকনা নাই। তাৰ অমঙ্গলৰ আশঙ্কাত বুঢ়ীৰ ৰাতি চকুত টোপনি নাইকিয়া হল। ধনবৰৰ কিবা অসুখ হোৱাৰ চিন্তাত আৰু অফলীৰ ভবিষ্যতৰ কথাই তেওঁৰ অন্তৰ দহি নিবলৈ ধৰিলে। চিন্তাবিষত জৰ্জ্জৰিতহৈ তেওঁ ক্রমাৎ দুৰ্ব্বল হৈ গল আৰু লগে লগে ৰচনা কৰিলে তেওঁৰ জীৱনৰ অন্তিম সময়ৰ শেষ শয্যাখনি।

ভদাই নাহিল, ধনবৰ নাই; বুঢ়ীয়ে বাটলৈ চাই চকুপানী-টুকি দিন নিয়াইছে। ক্রমান্বয়ে তেওঁৰ স্বাস্থ্য বেয়াৰ ফালে ঢাল ললে। আজি কেবাদিনো তেওঁ বিচনাৰ পৰা নমাই নাই। আন আন বিকাৰৰ লগতে নতুনকৈ তেওঁৰ কফ আৰম্ভ হল। কাহোতে কাহোতে বুঢ়ীৰ ডিঙি ফাটি তেজ ওলাবৰ উপক্রম হয়' কিন্তু কফ হলে বাহিৰ নোলাই। ——ঘৰখনত মাথোন প্রাণী দুটি। মাক আৰু জীয়েক। মাক বেমাৰী, বিছনাতে পৰি

থাকে জীৱনৰ শেষ লগৰী মৃত্যুৰ কাৰণে অপেক্ষা কৰি। জীয়েকে মাকক শুশ্ৰূষা কৰাৰ লগতে, ঘৰৰ আন আন কামবোৰ কৰাৰ উপৰিও নিজে কৰি মেলি খাব লাগে। এইদৰে অফলীয়ে সকলো কৰি মেলি এটাই, সাধাৰণৰ খোৱা সময়ৰ বহুত পৰৰ পাছত, হুতাই মুতাই কোনোমতে এগাল খাবলৈ বুলি বহোঁতে কেতিয়াবা বুঢ়ীয়ে বৰকৈ কাহিবলৈ ধৰে। মাকে কহা শুনিলে অফলীয়ে খাবলৈ এৰে আৰু লৰালৰিকৈ হাত ধুই আহি মাকৰ বিছনাৰ কাষ পাইহি। কফে ধৰিলে বুঢ়ীয়ে থৰমৰ খাই যাই। অফলীয়ে তেতিয়া মাকৰ মূৰত তেলপানী এচলু দি বুকুখন লাহে লাহে পিহি দিলে বহুত পৰৰ মূৰত তেওঁৰ সংজ্ঞা ঘূৰি আহে কিন্তু অফলীৰ আৰু ভাত খোৱা নহয়।

বুঢ়ীয়ে সদাই ধনবৰৰ কথাকে ভাবি থাকে। চেচাঁ এন্ধাৰ মুধাৰ ঘৰটোৰ ভিতৰত শুই থাকি বুঢ়ীয়ে ধনবৰ আহিব বুলি সদাই কান থিয় কৰি ৰাখে। এইদৰে কেতিয়াবা বুঢ়ীয়ে হাত ভৰি জথৰ লাগি বিছনাত চকুমুদি পৰি থাকোঁতে, বাহিৰত অফলীৰ ভৰিৰ শব্দ শুনি বৰ আশাৰে সৈতে মাতে—

—"ধনবৰ তই আহিলি নেকি?"—

অফলীয়ে মাকৰ ক্ষীণ মাতটো শুনিবলৈ পাই ওচৰলৈ লৰি আহি সোধেহি—

—"কি লাগে আই!"

অফলী ওচৰলৈ আহিলে মাকে চকুমেলি অলপ পৰ তাইক চাই থাকে।

"একো নেলাগে আই !" তেও অস্ফুত মাতেৰে উত্তৰ দিয়ে।

নিৰাশাত তেওঁৰ মাথোন দুগালেদি চকুপানী ববলৈ ধৰে। অফলীয়ে কেতিয়াবা মাকে এনে কৰাৰ অৰ্থ বুজি নিঃশব্দে তেওঁৰ ওচৰৰ পৰা আতৰি যাই আৰু কেতিয়াবা বেজাৰতে কয়—

"ককাইনো গল ক'লৈ ! আইৰ এনে অৱস্থাত তেওঁ জানো আহিব নেপাই ?"

দুৰন্ত সন্তানৰ কাৰণে পীড়িত মাতৃৰ ইমান প্ৰাণৰ তান দেখি অফলীৰ বৰ দুখ লাগে। কিন্তু তাই বেজাৰ কৰি থাকিলে কাম নচলে। সেই দেখি তাই সেইবোৰ পাহৰি থাকি আকৌ মাকৰ পৰিচৰ্য্যাত লাগেহি। তাইৰ মনতে সন্দেহ হয় যে ধনবৰ বোধহয় আৰু ঘৰলৈ উভতি নাহে।

কিন্তু হথাতে এদিন ধনবৰ ঘৰলৈ আহিল। ইমান দিন বলীয়াৰ দৰে অনাই-বনাই ঘুৰিফুৰি সি মাকৰ নৰীয়াৰ সংবাদ পাই, ঘৰলৈ লৰি আহিল। বাহিৰত তাৰ মাত শুনি বুঢ়ীৰ মনত আশাৰ দীপটি আকৌ জ্বলি উথিল। ধনবৰে মাকৰ মুখৰ ওচৰত থিয়হৈ মাত দিলে—"মই আহিলোঁ আই !"

"কোন ?......ধনবৰ !......চাওঁ ক'তা, ক'তা, ক'তা ?" বুঢ়ীয়ে তেওঁৰ অস্থিসাৰ শীৰ্ণ হাত দুখনেৰে তাক বিচাৰিবলৈ ধৰিলে। ধনবৰে বুজিলে যে মাকে নেদেখা হৈছে। সি লাহেকৈ তেওঁৰ হাতখন ধৰি তাৰ নিজৰ মূৰত লগাই দিলে। মাকে তাক পাই ডিঙিত সাৱটি ধৰি কবলৈ ধৰিলে—

তই আহিলি ধনবৰ ! তই আহিলি ।”

ধনবৰ অহাৰ পাছৰে পৰা বুঢ়ীৰ অৱস্থা ভালৰ ফালে অহা যেন দেখা গল। সেইদিনা তেওঁ, অলপ খাবলৈ ইচ্ছা কৰিলে ধনবৰে নিজে খুৱাই দিলত অলপ খালেও। পিছদিনা তেওঁৰ অৱস্থা ক্ৰমাৎ আৰু ভাল দেখা গল। ধনবৰহঁতৰ বিশ্বাস হল যে মাকে নিশ্চয় আৰু অলপ দিনৰ ভিতৰতে সম্পূৰ্ণ সুস্থ আৰু সবল হৈ উঠিব। দুপৰীয়া সেইদিনা অলপ আহাৰ কৰাৰ পাছত বুঢ়ীয়ে বহিবলৈ বিছাৰিলে আৰু ধনবৰে যেতিয়া বৰ সাৱধানে ধৰি ধৰি বিছনাতে বহুৱাই দিলে তেতিয়া তেওঁ আকৌ অফলীক বিছাৰিলে। অফলী ওচৰলৈ আহিলত বুঢ়ীয়ে বৰ কৰুণ ভাবে ধনবৰলৈ চাই কলে—

“বোপাই ভদায়ে মোৰ ছোৱালীজনীৰ সৰ্ব্বনাশ কৰিলে··· ...তই তাইক ক্ষমা কৰিবি।”

ধনবৰে মাকৰ কথাৰ একো অৰ্থ বুজিব নোৱাৰি অফলীলৈ চালে। অফলীৰ মুখ ক'লা পৰি গল। তাইৰ এনে অৱস্থা দেখি যদিও ধনবৰ বৰ আচৰিত হল তথাপি মাকক পুনৰ সেই বিষয়ে কোনো কথা নুসুধি ক'লে—

“আই তুমি সেইবোৰ এতিয়া নেভাবিবাচোন। আগতে তুমি ভাল হোৱাঁ।”

ধনবৰৰ কথা শুনি মাকে একো নেমাতিলে। তেওঁ আকৌ শুবৰ ইচ্ছা কৰিলে। ধনবৰে বৰ সাৱধানে পুনৰ তেওঁক শুৱাই দিলে। অলপ সময়ৰ পাছত যেতিয়া মাকৰ টোপনি আহিল

তেতিয়া ধনবৰে তেওঁৰ ওচৰৰ পৰা উঠি আহি অফলীৰ ওচৰলৈ গল। অফলীয়ে বাহিৰতে মন মাৰি বহি আছিল। ধনবৰে গৈ তাইক বৰ মৰমেৰে সুধিলে।

"কি হৈছে অফলী মোক কছোন; তই কোনো কথা নুলুকাবি।"

ধনবৰৰ প্ৰশ্নত অফলী লাজতে মৰি যোৱা যেন হল। তথাপি এই ভয়ানক বিপদৰ সময়ত তাকতো কথাবোৰ নোকোৱাকৈ থাকিব নোৱাৰে। সেইদেখি এতিয়া তাই সকলো কথা ককা-যেকৰ আগত খুলি কলে। গাৱঁৰ মানুহে কেনেকৈ সিহঁতৰ ঘৰলৈ আহিবলৈ এৰিছে আৰু অফলীক বাহিৰত দেখিলে মানুহবোৰে কিদৰে তাইক অপমান কৰে, সকলো কথা ধনবৰৰ অজ্ঞাত নেথাকিল। কথাবোৰ কৈ এটাই অফলীয়ে ধনবৰৰ ভৰি দুটাত আকোৱালী ধৰি কান্দি কান্দি কলে—

"ককাইটি মোৰ এতিয়া কি গতি হব?"

ভনীয়েকৰ কান্দোন দেখি ধনবৰেও নেকান্দি থাকিব নোৱাৰিলে। সি তাইক মাটিৰ পৰা তুলি ধৰি কলে—

"অফলী তই নেকান্দিবিচোন...· · ·· ভদাই মোৰ বন্ধু, সি তোক কেতিয়াও অন্যথা নকৰে। মই তালৈ খবৰ পঠিয়াম। যদি সি নাহে তেতিয়া আইৰ গা ভাল হলে তোকে জিলালৈ লৈ যাম। তেতিয়া তোক দেখিলে তাৰ মন নিশ্চয় ঘুৰিব।"

ককায়েকৰ আশ্বাস পাই অফলীয়ে কান্দিবলৈ এৰিলে। ধনবৰ আকৌ মাকৰ ওচৰলৈ গল। তেওঁ তেতিয়াও বৰ

শান্তিৰে শুই আছে। ধনবৰে নিঃশব্দে ওচৰতে বহি থাকিল। দিনটো এই দৰেই যাবলৈ ধৰিছে। বহুত সময়ৰ পাছত যেতিয়া মাকে সাৰ পালে তেতিয়া তেওঁৰ বেমাৰ বৃদ্ধি হোৱা যেন দেখা নগল। আনফালে বেমাৰ কমি অহাৰহে সকলো লক্ষণ প্ৰকাশ পাইছে। কিন্তু গধুলী হৈ অহাৰ লগে লগে তেওঁৰ কফে হেন্দুলীয়াবলৈ ধৰিলে। এবাৰ তেওঁ বৰকৈ কাহিবলৈ ধৰাত ধনবৰে তেওঁক অলপ আউজাই বহুৱালে। অফলীয়েও লৰি আহি মাকৰ মূৰত তেলপানী এচলু দি লাহে লাহে বিছি দিবলৈ ধৰিলে। ধনবৰে বুকুখন পিহি দিবলৈ ধৰিলে। আনকাল এনেকুৱা কৰিলেই বুঢ়ীয়ে ভাল পাই। কিন্তু আজি বহুত পৰৰ মূৰত কাহ থামিল যদিও তেওঁৰ সংজ্ঞা ঘূৰি নাহিল। ধনবৰে লাহে লাহে তেওঁক শুৱাই দিলে। অফলীয়ে বৰকৈ কান্দিবলৈ ধৰিলে। তেতিয়া বাহিৰত বেচ এন্ধাৰ হৈছে।

ৰাতি-ক্ৰমাৎ গভীৰ হৈ আহিল। বুঢ়ীৰ সংজ্ঞা ঘূৰি অহা নাই। ধনবৰ অফলীয়ে ওচৰতে বহি থাকি একেৰাহে মাকৰ মুখলৈ চাই আছে। ঘৰখন গোটেই নিশাৰসাৰ। বুঢ়ীয়ে জোৰকৈ উশাহ লওঁতে ডিঙিৰ ঘোটোক, ঘোটোক শব্দ শুনা গৈছে মাথোন।......জীৱন আৰু মৰণৰ ভীষণ যুদ্ধ লাগিল। জীৱন বৰ হিচাবি গিৰীহঁত। সংসাৰত বুঢ়ীৰ মিয়াদ অন্ত নোহোৱাত এৰি দিয়া নাই। আৰু অলপ সময় হে বাকী। সেই খিনি সময় পূৰ হলেই এৰি দিব। ইফালে মৃত্যুও কম হিচাবি

নহয়। তেওঁ বুঢ়ীৰ কাৰণে আগেয়েই আহি উপস্থিত। শেষত দুয়োৰে মাজত ঘোৰতৰ যুদ্ধ আৰু মাজতে থাকি বুঢ়ীয়ে কষ্ট খাবলৈ ধৰিলে।·····অফলীৰ টোপনি ধৰাত মাকৰ বিছনাতে মূৰ থৈ শুই পৰিল।

লাহে লাহে ৰাতি শেষ হৈ আহিল। জীৱন মৃত্যুৰ সংগ্ৰাম শেষ হোৱা নাই। কিন্তু জীৱন ক্ৰমাৎ দুৰ্ব্বল হৈ আহিবলৈ ধৰিলে। ঘৰৰ মূধত পৰি এটা ফেৰ্চাই নিউ নিউ কৰি মাতি গহীন ঘৰখন আৰু গহীন কৰি তুলিলে। তেল পুৰি শেষ হোৱাত বেমাৰিৰ ওচৰত জ্বলাই থোৱা টিপ্ চাকিটো মুমাও মুমাও অৱস্থাত। বুঢ়ীয়ে বৰ দীঘলকৈ উশাহ টানিবলৈ ধৰিলে। ধনবৰে অতপৰ্যন্ত মূৰ ঘুমাই আছিল। মাকৰ ডিঙিৰ শব্দ বৰ ডাঙৰ যেন শুনি সি উচপ খাই উথিল। তেতিয়া যুদ্ধ শেষ হৈছে। মৃত্যু জয়ী হল। বোধ হয় সেই সময়তে সংসাৰত বুঢ়ীৰ মিয়াদো অন্ত পৰিল আৰু লগে লগে তেওঁৰ জীৱন প্ৰদীপটিও চিৰকালৰ কাৰণে মুমাই গল। ধনবৰে কঁপি কঁপি মাকৰ বুকুত হাত দি চাই জানিব পাৰিলে যে সকলো শেষ হৈছে। সি লাহেকৈ কাপোৰ এখনৰে মাকৰ মুখখন ঢাকি দিলে। অফলী তেতিয়াও টোপনিতে।

বাহিৰত তেতিয়া পুহৰী পুহৰী হৈছে। ধনবৰে নিৰ্ব্বিকাৰ ভাবে ক্ষন্তেক থিয় হৈ ৰ'ল। তাৰ সন্মুখত মাকৰ প্ৰাণহীন পবিত্ৰ দেহ আৰু সেই দেহৰ ওচৰতে অফলীয়ে অজ্ঞান শিশুৰ দৰে টোপনিত লালকাল। ধনবৰে কোথাটোৰ চাবিওফালে

এবাৰ চকুফুৰাই চাই মনতে এক বিৰাত শূন্যতা অনুভৱ কৰিলে। সি আহি লাহে লাহে অফলীক জগাই বাহিৰলৈ লৈ গল আৰু চোতালৰে পৰা ওচৰত থকা মানুহক ৰিঙিয়াই মাতি মাকৰ শৱ সৎকাৰৰ ব্যৱস্থা কৰিলে।

বুঢীৰ মৃত্যুৰ কিছুদিনৰ পিছৰ কথা। খেতিৰ বতৰ পাৰ হোৱাত • ধনবৰে ঘৰতে আমন-জীমন কৰি বহি থাকে। অফলীয়ে ঘৰৰ ভিতৰতে ইফাল-সিফাল কৰি ঘুৰি ফুৰে যদিও ধনবৰে বুজিব পাৰে যে তাইৰ মনত অকনো শান্তি নাই। ককাযেক ভণীয়েক দুয়ো মাকৰ মৃত্যুত শোকাতুৰ যদিও নিজে নিজে নীৰৱ বেদনাত ব্যথিত। তথাপি ধনবৰে ভণীয়েকক বেজাৰ কৰি থকা দেখিলে, নিজৰ কথা পাহৰি, তাইক শান্তনা দিবৰ যত্ন কৰে। কিন্তু অফলীৰ দুখ শান্তনাৰে পাতলাব পৰা বিধৰ নহয়।

ধনবৰে কেবাবাৰো খবৰ পথিয়াই ভদাইৰ পৰা কোনো উত্তৰ পোৱা নাই। ভদায়ে আচলতে কি মনস্থ কৰিছে তাক জানিব নোৱাৰি তাৰ মনত ক্ৰমান্বয়ে সন্দেহ হবলে ধৰিলে। তাৰ ইচ্ছা হল যে সি নিজেই এবাৰ ভদাইৰ ওচৰলৈ গৈ সকলো কথাৰ এটা সিদ্ধান্ত কৰি আহে। কিন্তু সি গুছি গলে অফলী একেবাৰে অকলশৰীয়া হয়। সেইদেখি ধনবৰে নিজে যোৱাৰ কথা এৰি দিলে। ইফালে সি দিনে দিনে অফলীক শুকাই ক্ষীণাই যোৱাটো কোনোমতে সহিব পৰা নাই। উপায়ন্তৰ হৈ শেহত সি অফলীকে লগতলৈ ৰংপুৰলৈ যাবলৈ মনস্থ কৰিলে।

( ২ )

সেইদিনা আছিল মঙ্গলবাৰ। ধনবৰ আৰু অফলীয়ে ৰাতিপুৱা দোকমোকালিতে উথি ৰংপুৰলৈ যাত্ৰা কৰিলে। ধনবৰে মনত নানা কথা ভাবি আগে আগে যাব লাগিছে। অফলীয়ে ককায়েকৰ সমানে খোজ দিব নোৱাৰি, তাৰ পাছে পাছে যাবলৈ ধৰিছে। তাইৰ মন অতি গধুৰ। তাইৰ মনতে আশা নিৰাশাৰ প্ৰবল জোৱাৰ-ভাটা উঠিছে পৰিছে। তাই মাথোন ভাবি গৈছে ৰংপুৰৰ কথাকে। যদি ভদায়ে তাইক গ্ৰহণ নকৰে তেতিয়া আন সকলো বোৰৰ উপৰিও মৰমৰ ককায়েক ধনবৰেই তাইক কলঙ্কিণী বুলি নকবনে। তাই গই থাকোতেই ভাবি ভাবি অসীমৰ মাজত চিন্তাৰ সীমা হেৰুৱাই পেলাই।

"ককাইটি অলপ ৰ'চোন।·· ...মোৰ বৰ ভৰি বিষাইছে" অফলীয়ে ধনবৰক পাছৰ পৰা মাতি কলে।

ধনবৰে আনমনা হৈ গৈ আছিল। ভণীয়েকে মাতিলত সি ৰ'ল। আৰু দুয়ো এজোপা গছৰ চাঁতে জিৰাবলৈ ক্ষন্তেকৰ কাৰণে বহি পৰিল।

"তোৰ পীয়াহ লাগিছে যদি এই জোলোঙাতে টেঙা আছে খা অফলী।" ধনবৰে তাৰ হাতৰ পৰা এটা জোলোঙা ভণীয়েকক দিলে।

কিছু সময় জিৰনি লোৱাৰ পাছত সিহঁত আকৌ যাবলৈ ধৰিলে। লাহে লাহে বেলি ভটিয়াবলৈ ধৰিলে।

"আৰু কিমান দূৰ আছে ককাইটি ?" অফলীয়ে সুধিলে।

"বেচি দূৰ নাই। আৰু অলপ গলেই পাম।" ধনবৰে উত্তৰ দিলে।

"অ' সৌৱা শিৱদ'লৰ সোনৰ কলচী নহয়নে ?"

"চাওঁ ক'তা ?" ধনবৰে সুধিলে।

অফলীয়ে মুকলী পথাৰ এখনৰ মাজেদি আঙুলীয়াই ৰিনিকি ৰিনিকি দূৰত জিলিকি থকা সোণৰ কলচীটো ধনবৰক দেখুৱাই দিলে।

"অ' হয়... . হয়.. ...হয়। তেন্তে হলে আমি সাঁজ লগাৰ আগতে পাবগৈ লাগে" ধনবৰে কলে।

সিহঁতে আকৌ নতুন উৎসাহেৰে যাবলৈ ধৰিলে।

মনিচিনি বেলিকা নগৰ পাই সিহঁতে বজাৰৰ ওচৰৰ এটা সৰু ঘৰত উথিলগৈ। এই ঘৰটোত আগেয়ে ধনবৰ থাকি গৈছিল। এতিয়া তাত আন মানুহ নথকাত সিহঁতৰ সুবিধাই হল। ঘৰ সোমায়েই অফলীয়ে প্ৰথমতে সাৰি পছি ভিতৰখন সিজিল লগাই গলে। তাৰ পাছত সিহঁতে ঘৰৰ পৰা লৈ অহা জলপানেৰেই ৰাতিৰ আহাৰ সমাপ্ত কৰি শুই থাকিল।

পিছদিনা শুই উথি অফলীয়ে ৰন্ধাবঢ়াৰ কাৰবাৰ কৰিবলৈ ধৰিলে। ধনবৰে ওচৰৰে বজাৰৰ পৰা অলপ বস্তু কিনি আনি তাইক দি থৈ ভদাইৰ ওচৰলৈ গল।

সেইদিনা ৰাতিপুৱাটো বৰ ফৰকাল আছিল। আকাশত ডাৱৰ নথকাত ৰ'দ বৰ সোনকালে ওলাই গোটেইখন চক্‌মকাই

আছিল। ভদায়ে বাহিৰৰ চোতালতে বহি তাৰ তুবছৰীয়া লৰাটোৰ সৈতে ধেমালি কৰি ৰ'দ লৈ আছিল। এনেতে ধনবৰ আহি তাৰ আগত হাজিৰ হ'লহি। হঠাতে ধনবৰক দেখি ভদাইৰ কপালৰ গাথি থোপ খালে। সি বৰ অস্বস্তি বোধ কৰিলে। কিন্তু আতৰি যাবৰ উপাই নাই। সেইদেখি ভদায়ে দোষীৰ দৰে অতি সঙ্কুচিত ভাৱে ধনবৰক ভিতৰলৈ লৈ গ'ল।

মানুহ অহা দেখি সৰু লৰাটোৱে ভদাইৰ গাত ধৰি ক'লে—

"দেউতা মই ভিতৰলৈ যাওঁনে ?"

ভদায়ে কোনো উত্তৰ নিদিলে। লৰাটোৱে লৰি ভিতৰলৈ গুছি গ'ল। কিন্তু লৰাটোৱে ভদাইক দেউতা বুলি সম্বোধন কৰাত ধনবৰৰ আমঠু ক'লা পৰি গ'ল। তথাপি সি সন্দেহক প্ৰশ্ৰয় নিদি মনতে চাপি ৰাখিবৰ চেষ্টা কৰিলে।

"তুমি কেতিয়া আহিলা ধনবৰ !" ভদায়ে এটা কৃত্ৰিম হাঁহি মাৰি সুধিলে।

"মই কালি গধূলী পালোঁহি।" ধনবৰে উত্তৰ দিলে।

"পিছে...... . ... ।" ভদৰামে সুধিব খুজিছিল ধনবৰহঁতৰ ঘৰত ভালনে বেয়া ; কিন্তু তাৰ ভয় লাগিল। সি সেইদেখি আনফালে চাই মনে মনে বৈ থাকিল।

"মই কেবাবাৰো খবৰ কৰি তোমাৰ পৰা কোনো উত্তৰ নোপোৱাৰ একো কাৰণ নুবুজিলোঁ ভদাই !"

"কিহৰ খবৰ ?......ক'তা মই দেখোন একো কব নোৱাৰোঁ"

ভদায়ে অলপ আচৰিত হোৱাৰ ভাৱ দেখুৱাই কলে। কিন্তু তাৰ চকুদুটাই কোষাভ্যন্তৰত থাকি হাঁহিব লাগিছিল।

"তুমি মিছা কথা কৈছা।"

„মিছা কথা ?............মই কৈছো ?" ভদায়ে বৰ খং দেখুৱাই কলে।

ধনবৰে দেখিলে যে ভদায়ে এবাৰ মিছা মাতিছে যেতিয়া তাক সৈ কঢাবৰ উপাই নাই। সি আগতে ভাবি আহিছিল যে অফলী অহাৰ কথা কৈ, ভদাইক তাৰ থকা ঠাইলৈকে লৈ গৈ যি হয় এটা মিমাংসা কৰিব। কিন্তু যেতিয়া সি দেখিলে যে ভদৰামে আৰম্ভৰে পৰা মিছাৰ সহায লবলৈ ধৰিছে, তেতিয়া সি অফলী অহাৰ কথাকে তাৰ আগত নুলিযালে। ভদাইৰ খং দেখি ধনবৰে অলপ সাম কাটি কলে—

"বাৰু সেইবোৰ যিহৈছে হৈছে। এতিয়া মই অহাৰ কাৰণ শুনা।"

"কিয়নো আহিলা ?" ভদায়ে সুধিলে।

"তুমি বোধ হয় গম পোৱা নাই ভদাই যে কিছুদিনৰ আগত আমাৰ আই ধুকাল। মৃত্যুৰ আগতে তেওঁ তোমাৰ কথা কৈ গৈছে।.........আগতে তুমি মোৰ অনুপস্থিতি আৰু আইৰ বেমাৰৰ সুবিধা লৈ অবৈধ ভাৱে অফলীক ফুচুলালাঁ। তুমি আহিবৰ সময়ত অবশ্যে আইৰ আগত অফলীক বিয়া কৰাই আনিবা বুলি কৈ আহিছিলাঁ। কিন্তু তাৰ পাছত আজি অত-দিনে তুমি অফলীৰ কোনো খবৰ নোলোৱাত আমি বৰ দুখ

পাইছোঁ। যি কি নহওক এতিয়া তুমি ভাল মানুহৰ দৰে তাইক সোনকালে বিয়া কৰাব লাগে।"

ধনবৰৰ কথা শুনি ভদাইৰ মুখ ক'লা পৰি গল। তথাপি ৰোৰ সাৰিবৰ চেষ্টা কৰি সি দৃঢ় ভাবে কলে।

—"অফলীক ফুচুলালোঁ? ......মই?

"বেচি কথা নকবা ভদাই! অফলীয়ে মোক সকলো কৈছে।"

ভদাই জব্দ হল। সি আৰু সাৰিবৰ উপাই নেদেখিলে। ধনবৰৰ স্পষ্টতাৰ আগত সেও হৈ সি ধনবৰৰ ওচৰলৈ গৈ কাতৰ ভাৱে কলে—

"কিন্তু মই যে বিবাহিত।"

"বিবাহিত?"—ধনবৰে বহি থকাৰ পৰা ঘপকৈ থিয় হল। সেই সময়ত তাৰ বুকুত কোনোবাই চুৰি এখন বহুৱাই দিয়া হলেও ধনবৰে ইমান দুখ নেপালেহেঁতেন। ভদাইৰ কথা শুনি তাৰ আপ্ৰাণ কঁপি উঠিল। অফলীৰ ভবিষ্যত ঘোৰ তমসাচন্ন। সি কপি কঁপি ভদাইক সুধিলে—

"তেন্তে... ...তেন্তে, এতিয়া দেখা লৰাটো তোমাৰেই?"

"হয় ধনবৰ!" ভদৰামে তললৈ মূৰ কৰি উত্তৰ দিলে।

ভদাইৰ নিৰ্লজ্জ উক্তিত ধনবৰৰ গাত আকৌ জুই জ্বলিল। কি কব কি নকব একো ভাবি নেপাই সি পুনৰ বহি পৰিল।

কিছুপৰ দুয়ো নিমাত হৈ বহি থাকিল। তাৰ পাছত ধনবৰে কলে—

"বিয়া কৰালা হানি নাই ; অফলীক দ্বিতীয়া হিছাবে গ্ৰহণ কৰা।"

"তাৰ মানে আকৌ বিয়া।"'

"তাতে কি হল ?"

"অসম্ভৱ .. ....অসম্ভৱ........কিন্তু অফলীক মই অন্যথা নকৰো ধনবৰ। নগৰতে এটা ঘৰ দি তাইক মই ভৰণ পোষন দি থাকিম।"

ধনবৰে মনে মনে থাকি ভদৰামে অবৈধ প্ৰণয় কৰি কিমান দোষৰ ভাগি হৈছে তাকে ভাবি আছিল। সি নিজৰ জীৱনৰ ঘটনাৱলীৰে ভদৰামৰ জীৱন বিজাই চাইছিল আৰু তাৰ প্ৰতি অলপ সহানুভূতিও মনতে উদ্ৰেক হৈছিল। বিয়াৰ কথা এৰিঁ, সি মনতে ভাবিছিল যে ভদৰামে দোষ কৰিলেও নিশ্চয় এতিযা অনুতপ্ত হৈ তাৰ ওচৰত ক্ষমা খুজিব। কিন্তু যেতিয়া সি ভদাইৰ শেহৰ প্ৰস্তাবটো শুনিলে, তাৰ ব্ৰহ্মতালু জ্বলি উঠিল। লাজ আৰু অপমানত তাৰ মুখ ৰঙা পৰিল। দুখীয়া গাঁৱলীয়া হলেও সি জীৱনত কোনোদিনে এনে অপমান কাৰো পৰা পোৱা নাছিল। আজি এনে লাঞ্ছনাৰ শেষ সীমাত ভৰি দি গোটেই খন এন্ধাৰ দেখিলে। সি থিয় হল।

ভদৰামে কিন্তু ধনবৰৰ মনৰ আচল অবস্থা বুজিব নোৱাৰিলে। সি তাক ভুল বুজিলে। সেই দেখি ধনবৰ থিয় হলত সি জেপৰ পৰা এমুঠি ধন উলিয়াই ধনবৰৰ হাতত গুজি দি কলে।

"আজি সন্ধ্যহতে ইমানকে দিলোঁ......অলপতে মই......", ভদাইৰ কথা শেষ নহ'ল।

বিশ্বাসঘাটক... ..কাপুৰুষ বুলি ধনবৰ গুজৰি উঠিল আৰু ধনমুঠি লৈ বৰ জোৰেৰে ভদৰামৰ মুখলৈ মাৰি পঠিয়ালে। হঠাৎ মুখত বৰ আঘাত পাই ভদৰাম বহি গ'ল। ইতিমধ্যতে বাহিৰত টকাৰ জনজননি শুনি ভদৰামৰ ঘৈণীয়েকে বাহিৰলৈ ওলাই আহিল কিন্তু ধনবৰক দেখি আকৌ ভিতৰলৈ সোমাই গ'ল। ধনবৰে আৰু একমুহূৰ্ত্তও নথাকি তাৰ পৰা ওলাই গুছি আহিল।

ভদাইৰ ঘৰৰ পৰা ওলাই আহি ধনবৰৰ ক'লৈ যাওঁ, কি কৰোঁ লাগিল। এটা হিয়া ভেদি সংবাদ লৈ অফলীৰ ওচৰলৈ যাবলৈ তাৰ সৎ নগ'ল। সি ৰাস্তাই ৰাস্তাই কিছু সময় ঘূৰি ফুৰিলে। তাৰ পাছত তাৰ তনুশ্যামৰ কথা মনত পৰাত তেওঁৰ ঘৰৰফালে যাবলৈ ধৰিলে। কিন্তু তনুশ্যাম ঘৰত নাছিল। ধনবৰে ওচৰৰ মানুহক সুধি জানিব পাৰিলে যে তনুশ্যামে আজি পাই তিনি মাহমান সেই ঘৰত থকাই নাই। ধনবৰে বৰ দুখীত মনেৰে তাৰ পৰা উভতি আহিল আৰু যাওঁনেযাওঁকৈ তাৰ থকা ঠাইৰ ফালে খোজ ল'লে।

অফলীৰ বন্ধা কাম শেষ হ'লত ধনবৰৰ কাৰণে বাট চাই বৈ আছিল। তাইৰ মনটো বৰ উগুল থুগুল। ধনবৰে ভদাইৰ ওচৰৰ পৰা কি সংবাদ আনে একো বুজিব পৰা নাই। আশা নিৰাশাৰ ভীষণ সংঘৰ্ষণত তাই বৰ অস্থিৰ হৈ পৰিল। লাহে

লাহে বেলি দুপৰ হলহি। কিন্তু ধনবৰ ঘুৰি অহা নাই। অফলীয়ে ভাতপানী ঢাকি-ঢুকি থৈ বাহিৰলৈ ওলাই আহিল আৰু দুৱাৰ মুখতে বহি ধনবৰৰ কাৰণে আলিবাটলৈ চাই থাকিল।

কিছু সময়ৰ পাছত আলিৰ মূৰত ধনবৰক লাহে লাহে অহা দেখা গল। তাক দেখি অফলীৰ গাত গৰম উঠিল আৰু ধনবৰ যিমানে ওচৰ চাপি আহিল সিমানে অফলীৰ বুকুখন ৰৰকৈ ভুপ্ ভুপাবলৈ ধৰিলে। ধনবৰ আহি ওচৰ পালেহি। তাৰ মুখ দেখি অফলীৰ মনটো গাঁজিল। তথাপি ধনবৰে একো নমতা দেখি তাই মনতে সাহ বান্ধি সুধিলে—

"কি হল ককাইটি তেওঁ কি কলে ?"—

ধনবৰে একো উত্তৰ নিদি তাইৰ মুখলৈ ৰ'লাগি চাই থাকিল। তাৰ দুগালেদি সৰ্ সৰ্ কৰি চকুপানী ববলৈ ধৰিলে।

"কি হৈছে তয় নকৱ কিয় ককাইটি ?" বৰ উত্তেজনাত অফলী থিয় হল।

"ভাল মানুহটোক তই বিশ্বাস কৰিছিলি অফলী।" ধনবৰে চকুপানী মোহাৰিবলৈ ধৰিলে।

"কিয় ? কি হল ?"

"সি হেনো তোক বিয়া নকৰাই।"

অফলী বহি পৰিল। ধনবৰে ভগ্নীয়েকক মূচকচ্ যোৱা দেখি তাইক লাহেকৈ ডাঙিনি বিছনাত শুৱাই থলেগৈ।

সেই দিনা অফলীয়ে দিনটো বিছনাৰ পৰা নেনামিলে। গধূলি হলত ধনবৰে নিজেই ছুটামান সিজাই পকাই অফলীক খাবলৈ মাতিলত, তাই গাটো বৰ বেয়া লাগিছে বুলি কলে। ধনবৰে আহি তাইৰ কপালত হাত দি চাই বুজিব পাৰিলে যে তাইৰ গাত ভয়ানক জ্বৰ। মনৰ বেজাৰত ধনবৰেও একো নেখালে। ভাত ৰন্ধা ঠাইতে পৰি থাকিল।

পিছ দিনাও অফলীৰ জ্বৰ এৰা নাই। ধনবৰে তাইক পনৰ সুস্থ কৰি তুলিবলৈ যৎপৰোনাস্তি চেষ্টা কৰিছে। কিন্তু অফলীৰ গাৰ পৰা জ্বৰ একোতেই নমা নাই। সেই দিনা সন্ধিয়া তাই ধনবৰক সুধিলে—

"ককাইটি ভেওঁবাৰু তোমাক কি কলে ?"

আকৌ অফলীয়ে ভদাইৰ কথা সোধাত ধনবৰ বৰ অপ্ৰস্তুত হল। তথাপি জ্বৰত পৰি থকা ভণীয়েকৰ কথা পেলাব নোৱাৰি সি ভদাইৰ লগত হোৱা সকলো কথা তাইক বিবৰি কলে, কিন্তু ভদায়ে শেষত কৰা প্ৰস্তাবৰ বিষয়ে একো নুলিয়ালে। কথাবোৰ কৈ এটাই ধনবৰে তাইক সুধিলে—

"তাই অলপ ভাল পাইছনে অফলী।"

অফলীয়ে কোনো উত্তৰ নিদি পাশ ঘূৰাই শুই থাকিল। ৰাতি জ্বৰ আকৌ বৃদ্ধি হবলৈ ধৰিলে। ধনবৰে শুবলৈ এৰি তাইৰ ওচৰতে বহি থাকিল। শেহ ৰাতি অফলীয়ে ভ্ৰম বকিবলৈ ধৰিলে। তাইৰ লক্ষণ দেখি ধনবৰে বৰ ভয় খাই উঠিল। ৰাতিটো কোনোমতে পাৰ হল। ৰাতিপুৱা ধনবৰে

ইবোৰ-সিবোৰ ভাবি নেথাকি, গাড়ীএখন বিছাৰি আনি অফলীক হাস্পতাললৈ লৈ গল। ডাক্তৰে অফলীক পৰীক্ষা কৰি বিশেষ ৰোগী হিছাপে ভৰ্ত্তি কৰিলে। অফলীক বেমাৰী থোৱা ঠাইলৈ নিয়াৰ পাছত ডাক্তৰে ধনবৰক কলে—

“সাধাৰণ জ্বৰ হৈছে ; একো ভয়ৰ কাৰণ নাই। তুমি মাজে মাজে আহি চাই যাব পাৰিবা। এতিয়া তুমি যাব পাৰা।”

ধনবৰে এবাৰ ভণীয়েকক চাই লৈ বৰ গধূৰ মনেৰে হাস্পতালৰ পৰা ওলাই আহিল। তাৰ মনটো বৰ সুদা সুদা যেন লাগিল। বাটত তাৰ মনত পৰিল যোৱা ৰাতি অফলীয়ে ৰবকৈ ডালীম খাবলৈ বিছৰাৰ কথা। সি জেপত হাত ভৰাই চালে। তাত এটা পইছাও নাই। যি আছিল সকলো এতিয়া অফলীক অনা গাৰীৰ ভাৰা দিওঁতেই গল। তাৰ মনতে বৰ তুখ লাগিল।—কি?......যদি অফলীৰ এয়েই শেষ শয্যা হয়?......তেনেহলে তাইৰ এটা সামান্য ইচ্ছাও অপূৰ্ণ হৈয়েই ৰব......সি মনতে স্থিৰ কৰিলে যে যেনেতেনে উপায়েৰে তাইক ডালীম আনি দিবই। কিন্তু সি পইছা কাক খুজিব? কোনে দিব? সি আকৌ হাস্পতাললৈ উভতি আহিল। আৰু ডাক্তৰৰ ওচৰলৈ গৈ কলেগৈ যে তাৰ এটা জৰুৰী কাম থকাত ঘৰলৈ যাব খুজিছে। ঘৰৰ পৰা আৰু এদিনৰ মূৰত হে ঘুৰি পাবহি। ডাক্তৰৰ অভয় আৰু অনুমতি পালেই সি যাব পাৰে। ডাক্তৰে তাৰ কথা শুনি অলপ হাঁহিলে আৰু তাৰ গাত থপৰিয়াই কলে—

"কোনো ভয় নাই তুমি যাব পাৰা।"

ডাক্তৰৰ অভয় পাই ধনবৰে বিজুলী বেগেৰে তাৰ পৰা ওলাই আহিল আৰু সেই মুহূৰ্ত্ততে তাৰ ঘৰলৈ যাত্ৰা কৰিলে।

সেইদিনা এন্ধাৰ হলত ধনবৰে তাৰ গাওঁ পালেগৈ। কিন্তু সি ঘৰত নোসোমাই বাজে বাজেই পীতাম্বৰৰ ঘৰলৈ গল। কিন্তু পীতাম্বৰ ঘৰত নাছিল। আৰু অপেক্ষা কৰি থাকিলেও লগপোৱাৰ আশা নথকাত ধনবৰে ব্যৰ্থমনোৰথ হৈ ঘৰলৈ উভতি আহিল। পীতাম্বৰৰ বাহিৰে আনৰ ওচৰত পইছা খুজিবলৈ সি মন নকৰিলে। সি আহি তাহাঁতৰ অকলশৰীয়া ঘৰটোত শুই থাকিলহি। মনৰ দুখত সি খাবলৈ পাহৰি গল। ৰাতি শুই থাকোঁতে সি সপোনত দেখিবলৈ পালে ৰংপুৰত সিহঁত গৈ থকা সৰু ঘৰটো, তাত যেন অফলীয়ে বিছনাতে শুই আছে আৰু ধনবৰ ওচৰতে বহি আছে। এবাৰ হথাতে অফলী বিছনাৰ পৰা উঠি আহিল। আৰু বৰ লৰালৰিকৈ মূৰ আচুৰি, কাপোৰ পিন্ধি কেনিবা যাবলৈ ওলাই ধনবৰক মাত লগালে—

"ককাইটি মই যাওঁ দেই।"

ধনবৰে যেন সপোনতে উচপ খাই উথিল ৰাতিখন অফলী কেনিবা যাবলৈ ওলোৱা দেখি। সি বেগেৰে দুৱাৰ মুখলৈ আহি তাইক সুধিলে—

"তই ক'লৈ যাৱ অফলী।"

অফলীয়ে শুনিলেকি নুশুনিলে কোনো উত্তৰ নিদি সাউত

কৰে ওলাই গুছি গল। ধনবৰে সাৰ পালে। তাৰ আৰু টোপনি নাহিল। সপোনৰ কথাটো ভাবি থাকোঁতেই ৰাতি পুৱাল।

ৰাতি পুৱা শুই উথি ধনবৰে আকৌ পীতাম্বৰৰ ঘৰলৈ গল। পীতাম্বৰ ঘৰতে আছিল। ধনবৰে তেওঁৰ তাতে ভাত পানী খাই উঠি অলপ পইছা খুজিলৈ আকৌ ৰংপুৰলৈ আহিল।

অফলীক হাস্পতালত থোৱাৰদিনা সন্ধ্যাৰে পৰা তাইৰ অৱস্থা ক্রমাৎ বেযাৰ ফালে ধাল ললে। ৰাতি তাই বৰকৈ ভ্রম বকিবলৈ ধৰিলে আৰু ধনবৰক চিঞৰিবলৈ ধৰিলে। ডাক্তৰে ৰোগীৰ লক্ষণ দেখি বাহিৰলৈ ওলাই আহিল আৰু নার্চক মাতি আনি কলে—

"বোধহয ককায়েকক ঘৰলৈ যাবলৈ নিদিযাহেতেনেই ভাল আছিল, মই কথাটো বৰ ভাল দেখা নাই।"

ধনবৰ আহি বেলি নোপৰোঁতেই ৰংপুৰ পালেহি। সি পোনচাতেই বজাৰত দুটা ডালীম কিনি লৈ হাস্পতাললৈ গল। হাস্পতাল পাই তাৰ মনটো অস্বাভাৱীক ভাবে বৰ গহীন লাগিল। সি ইফালে সিফালে চাই কাকো নেদেখি হাস্পতালৰ বাৰান্দাতে অলপ থিয় হৈ ৰ'ল। অলপ পাছতে এজনী নার্চ ওলাই আহিল। ধনবৰে বৰ আগ্রহেৰে আগবাঢি গৈ তাইক অফলীৰ বতৰা সুধিলে। কিন্তু নার্চে তাক ৰবলৈ কৈ আকৌ ভিতৰলৈ গুছিগল। এনেতে ডাক্তৰ ওলাই আহিল। ডাক্তৰক

দেখি ধনবৰ তেওঁৰ ওচৰ চাপিল। কিন্তু ডাক্তৰৰ মুখখন মৰা। ধনবৰে বৰ অস্বস্তি বোধ কৰিবলৈ ধৰিলে। আবেগত সি ডাক্তৰৰ ভৰিছুটা সাৱতি ধৰিলে। অগত্যা ডাক্তৰে ধনবৰক এটা মৰ্ম্মভেদি বাতৰি দিবলৈ বাধ্য হ'ল। তেওঁ কলে—

"আমি যিমান পাৰোঁ চেষ্টা কৰিলোঁ। কিন্তু জীৱন মৰণ মানুহৰ হাতত নাই ধনবৰ। যোৱা ৰাতি তিনিমান বজাত ছোৱালীজনীয়ে এটা মৰা সন্তান প্ৰসৱ কৰিলে। মাথোন আকৃতিটোহে দেখিলোঁ,........আমি তেতিয়াও আশা এৰা নাছিলোঁ, কিন্তু ৰাতিপুৱা সাতমান বজাত হঠাতে তাইৰ হৃদক্ৰিয়া বন্ধ হৈ গল।"

কথাষাৰ কৈ ডাক্তৰে অলপ ৰ'ল। ধনবৰে তেওঁৰ ভৰিছুটা সাৱতি ধৰি থাকিল। ডাক্তৰে আকৌ কবলৈ ধৰিলে।—

"আজি দিনটো তুমি পাবাহি বুলি আমি বাট চালোঁ।...... বেচিপৰ শৱ ৰখাই থোৱাৰ নিয়ম নাই। সেই গতিকে চাৰিমান বজাতে শৱ শ্মসানত দাহ কৰিবলৈ পথোৱা হৈছে।"

ধনবৰ থিয় হ'ল। সি অলপো কন্দা নাছিল। তাৰ মুখখন অতি গম্ভীৰ আৰু শেতাঁপৰা। সি ডাক্তৰৰ চকুলৈ একেৰাহে কিছুপৰ চাই থাকিল। তাৰ পাছত বলীয়া মানুহৰ দৰে ঘপ্ কৰে তাৰ পৰা গুছি আহি শ্মসানৰ ফালেদি যাবলৈ ধৰিলে।

বজাৰৰ মাজেদিয়েই শ্মসানলৈ যাব লাগে। বাটটোত বিশেষকৈ বজাৰৰ সময় হোৱাত মানুহৰ বৰ ভিৰ হৈছে। কতৰকমৰ কত মানুহ আহিছে গৈছে তাৰ লেখ নাই। কোনোৱে

বজাৰত বস্তু কিনিবলৈ গৈছে, কোনোৱে কিনি উভতি আহিছে। কোনোৱে আকৌ বাটৰ দাঁতিতে বৈ, ৰমক-জমক ডাঙৰ ডাঙৰ দোকানবোৰ চাই ফুৰিছে। ধনবৰে এইবোৰ একোলৈকে লক্ষ্য নকৰি সেইবাটেদিয়েই যাবলৈ ধৰিলে। চিনাকি অচিনাকি কত মানুহে তাৰ গাতে খেলা মাৰি গুছিগল কিন্তু ধনবৰে কালৈকো উভতি 'নেচালে। তাৰ ধাতুটো আছিল শ্মসানত। গৈ গৈ সি বাটৰ মূৰ পালেগৈ। সেইখিনিৰে পৰা এটা মথাউৰিয়েদি অলপ গলেই নৈৰ দাঁতিতে থকা শ্মসান পোৱা যাই। ধনবৰে সেই ফালেদি বেগাই যাবলৈ ধৰিলে। কিন্তু শ্মসানৰ ওচৰ পাই সি দেখিবলৈ পালে যে বহুত পৰৰ আগতেই সকলো শেষ হৈ গৈছে। ভনীয়েকক দাহ কৰা জুইৰ আঙথাবোৰ তেতিয়াও তাত দলদলীয়া হৈ আছিল। কাম শেষ হলত দাহ কৰা মানুহকিটাই উভতিবলৈ কাৰবাৰ কৰিছে।

ধনবৰৰ সকলো অন্ত হৈ যোৱা যেন লাগিল। তাৰ অনুভৱ হল যেন গোটেই পৃথিবীয়েই অফলীৰ জগতে তাক অকলৈ কৰবাত এৰি থৈ কেনিবাদি গুছিগল। সি চাৰিওফালে শূন্য দেখিলে।.........চকুলোৰে সি বাট নেদেখা হল। তাৰ বুকুখন বৰ গধূৰ লাগিল। তাৰ ইচ্ছা হল যেন সি হুৰাৱ বাৱে কান্দিব।........সি গোটেইখন আন্ধাৰ দেখিলে। আগত পৰি আছিল মাথোন দীঘল বাটটো। ধনবৰৰ অজ্ঞাতসাৰেই যেন ভৰি দুটাই তাক আগুৱাই লৈ গল।

শ্মসানৰ পৰা অলপ দূৰতে এটা ঘাট। ধনবৰে এই ঘাটেদি

পানীৰ ঘূৰ্ণীলৈ নামি গল। আৰু তাতে এচতা শিলত বহি প্ৰাণখুলি কান্দিবলৈ ধৰিলে।

"তই কিয় গুছিগলি অফলী! কিয় গুছিগলি...... হায় মাৰ ওপৰত তই অভিমান কৰিছ।.........আহ অফলী মৰমৰ ককায়েৰে তোৰ কাৰণে ডালীম লৈ আহিছে.........কালি নৰকৈ খাবলৈ বিছাৰিছিলি। এতিয়া খাই যাহি অফলী।...... আহ অ' আহ।"

অফলীলৈ কিনি অনা ডালীম দুটা তেতিয়াও ধনবৰৰ জেপতে আছিল। এতিয়া সি জেপৰ পৰা এই ডালীমদুটা উলিয়াই নৈত দ'লিমাৰি পেলাই দিলে—

"অনন্তবাহিনী আই দিখৌ! তুমি কত যুগ যুগান্তৰ ভেদি অনন্তৰ উদ্দেশ্যে বব লাগিছা। শ শ বছৰ ধৰি ভাল বেয়া কত বস্তু, কত আবৰ্জ্জনা নীৰৱে বহন কৰিছা। আজি আই! এই ডালীমদুটা লৈ যোৱাঁ অনন্তলৈ— ।"

কিছুসময় কন্দাৰ পাছত ধনবৰৰ মনটো অলপ পাতল লাগিল। কিন্তু প্ৰাণ তেতিয়াও বৰ উদাস......অফলী মৰিল ......সচাঁকৈয়েনে?......সন্ধিয়া লাগিলত সি পানীৰ ওচৰৰ পৰা ওপৰলৈ উঠি আহিল আৰু এখুজি দুখুজি কৰি নৈৰ পাৰে পাৰে যাবলৈ ধৰিলে শান্তিময় প্ৰকৃতিৰ কোলাত মূৰথৈ শান্তি লভিবলৈ বুলি।

# সপ্তম অধ্যায়

' ৰানমুখৰ পৰা ধনবৰে ভগ্নহৃদয়ৈল ঘৰলৈ গুছি অহাৰ পাছত তিনিদিনমান ৰতনীয়ে ঘৰতে চুপেচাপে থাকিল। তাই মনতে ভাবি আছিল যে যদিও ধনবৰে তাইক যোৱা নোযোৱা বিষয়ে শেষ কথা শুনালে তথাপি তাৰ আশা পুৰণ নোহোৱাত হয়তো ঘৰলৈ গুছি যোৱা নাই। আৰু তাকে নিশ্চয় কৰি বলৈ এদিন তাই সুবিধা চাই আকৌ এবাৰ ধনবৰ থকা ঘৰটোলৈ গল। যাওঁতে তাই বাটে বাটে ভাবি গৈছিল যে সেইদিনা ধনবৰৰ কথামতে তাই ঘৰৰ পৰা ওলাই নাহি এতিয়া তাৰ আগত কি কৈফিয়ৎ দিব।

ঘৰটোৰ দুৱাৰখন মেল খাই আছিল। ৰতনীয়ে বৰ ভয়ে ভয়ে গৈ তাৰ ওচৰ চাপিলগৈ। কিন্তু ভিতৰ সোমালতে তাইৰ বুকুখন সুদা সুদা যেন লাগিল। ধনবৰ নাই। অকলশৰীয়া ঘৰটো মাথোন পৰি আছে। বৰ অভিমান কৰি ধনবৰ গুছি গল ৰতনীৰ মনত শূন্যতাৰ এটা প্ৰকাণ্ড খাল খানিথৈ। ৰতনীয়ে ঘৰটোৰ ভিতৰত ক্ষন্তেক ইফালে সিফালে চাই অলপ বৈ থাকি এটা গভীৰ হুমুণীয়া পেলালে। তাই ধনবৰক নেদেখি গাৰ সমানে এফাল খহি হোৱা যেন পালে। তাইৰ মনতে বৰ

বিষাদ লাগিল আৰু ধনবৰৰ সঙ্গসুখৰ এটি ক্ষীণ স্মৃতিমাথোন মনত বান্ধিলৈ তাই বেজাৰ মনেৰে ঘৰলৈ উভতি আহিল।

ঘৰত অকলশৰে বহি বহি ৰতনীয়ে আকৌ ধনবৰৰ বিষয়ে সকলো কথা আগৰ পৰা গুৰিলৈকে ভাবিবলৈ ধৰিলে। কিন্তু যিমানেই তাই ধনবৰৰ কথা ভাবে সিমানেই তাই চকুৰ আগত দেখিবলৈ পাই ৰঙাইৰ ছবিটো। কিন্তু ধনবৰ আঁতৰি যোৱাত তাইৰ মনত আকৌ ৰঙাইৰ প্ৰতি ৰোষ প্ৰজ্বলিত হৈ উঠিল। আগতে যিদৰে ধনবৰে তাইক পলাই যাবলৈ লগ ধৰোতে, তাইৰ অন্তৰৰ কোনোবা চুকত গোপনে লুকাই থকা ৰঙাইৰ প্ৰতি চেনেহ কণে, তাই যোৱাত বাধা দান কৰিছিল, এতিয়া আৰু তেনে কৰিব নোৱাৰে। তাই জোৰ কৰি সেই চেনেহৰ কোনাটোক ধনবৰৰ কথা ভাবি ঢাকি ৰাখিবৰ চেষ্টা কৰে। জীৱনৰ সখা হিচাবে ধনবৰক লাভ কৰিব নোৱাৰি তাই ৰঙাইৰ ওপৰত প্ৰতিশোধ লবলৈ পুনৰ উন্মুখ হৈ পৰিল।

বেচেৰা ৰঙাইৰ মনত শান্তি নোহোৱা হল। বাহিৰত কাম কৰি কৰি তাৰ শৰীৰ অৱশ হৈ যাই আৰু ভিতৰলৈ আহিলে ৰতনীৰ দুৰ্ব্যৱহাৰত তাৰ মন ততোধিক শোকাচ্ছন্ন হয়। তদুপৰি আৰু এটা বিপদে আহি তাক হেঁচা মাৰি ধৰিলে। ৰতনীক বিয়া কৰাবলৈ মহাজনৰ পৰা অনা ধাৰ দুশৰ এতিয়াও ধাৰ মাৰিব পৰা নাই। আগৰ বন্ধকবস্ত আছিল যে ৰঙায়ে মাহে মাহে সুদ সোধাই থাকিব। কিন্তু আয় নহলে ব্যয় কৰে ক'ৰ পৰা? ৰঙাইৰো সেয়েই হৈছে। সি টকাৰ সুদ দিব পৰা নাই।

বিষেশকৈ খেতিৰ সময় হোৱাত যি অলপ টকা আছিলে সকলো-খিনিৰে কোনোমতে জোৰামাৰি গৰু এহাল কিনিলে। কাৰণ গৰু নহলে জীৱন্তে মৰণ। ইফালে ভৰালৰ ধানে কোনোমতে বছৰটো যাবহে। সেই গতিকে সম্প্ৰতি ধানো বেচিব নোৱাৰি। ইফালে মহাজনে দুই তিনি বাৰ মান ৰঙাইৰ ঘৰলৈকে আহি সোণকালে টকা আদায় কৰিবৰ কাৰণে তাগাদা দি গৈছেহি।

বিপদ অকলৈ নাহে। যেতিয়া আহে তেতিয়া নৈত ফেনে-ফেটোকাৰে সৈতে উথি অহা ধলৰ দৰে আহে। মানুহে বস্তু সামৰিবলৈ সময়কে নেপাই। আচম্বিতে পানী আহি গোটেই খন বুৰাই পেলাই। মানুহে উপায় নেপাই পানীত পৰি কক্‌বকাবলৈ ধৰে। কিন্তু ইও একেবাৰে সচা নহয়। বিপদ যেতিয়া আহে তেতিয়া আগজাননী দিয়েই আহে। প্ৰবল ধুমুহা-বতাহৰ দৰে হিল দ'ল ভাঙি আহে। মানুহে মাথোন বুজিবহে নোৱাৰে। আৰু বুজিব পাৰিলেও সেই সময়ত ভয়ত আত্ম-বিশ্বাস হেৰুৱাই নিৰাপদতাৰ বাট বিছাৰি নেপাই। বিপদ আহে মানুহৰ কৰ্ম্মৰ ফল স্বৰূপে। নিয়মাধীন জগতত বিনা কাৰণে কোনেও কাৰো প্ৰতি অনিয়ম কৰিব নোৱাৰে। মানুহে নিতৌ নতুন নতুন কৰ্ম্ম কৰে। আৰু পূৰ্ব্ব কৰ্ম্মৰ ফল ভোগ কৰে। আৰু এই দৰে কেতিয়াবা কৰ্ম্ম আৰু কৰ্ম্মফল ভোগৰ মাজত বহুত সময়ৰ ব্যৱধান হোৱাত মানুহে কোনটো কৰ্ম্মৰ কি ফল বুজিবলৈ টান পাই।

ধন ধাৰে দিয়া মহাজনে এবাৰ তাৰ হাতৰ মুঠিত মানুহপালে

সতকাই এৰি নপথাই। দুষ্ট ব্যাধিৰ দৰে সি সেই মানুহক আজীৱন খুলি খুলি খাই থাকে আৰু বহুত সময়ত ভেটিয়ে-মাটিয়ে উচন নিয়াই। এনে' সুদখোৰ মহাজনৰ হাতৰ পৰা গা বচাই এৰাই আহিব পাৰে অতি কম সংখ্যক লোকেইহে। নিৰক্ষৰ গাৱঁলীয়া মানুহবোৰে এইবোৰ একো আগ পিছ নুগুণি, বিপদৰ সময়ত ত্ৰাণকৰ্ত্তা হিছাৱে এই মহাজনবোৰৰ ওচৰ চাপে আৰু অতিৰিক্ত সুদত টকা ধাৰে নি সবংশে লাও-লোৱা হয়। ৰঙাইৰ সম্পৰ্কেও এই নিয়মৰ ব্যতিক্ৰম নহল। মহাজনে আহি তাক মাটিৰ দাম পৰি গৈছে বুলি নতুনকৈ এখন খত লিখি দিবলৈ জোৰ কৰিবলৈ ধৰিলেহি। ৰঙায়ে পুনৰ খত লিখি নিদি যিমানেই মহাজনক খেতি উথালৈকে বাট চাবলৈ অনুৰোধ কৰিলে সিমানেই মহাজন উগ্ৰ হৈ উথিল, আৰু শেষত ৰঙাইৰ ওপৰত গোছৰ কৰি পানী-পানীকৈ শিকাব বুলি ভয় দেখুৱাই মহাজন উভতি গল।

ৰঙাইৰ দুখ কুলাই পাচিয়ে নধৰা হল। ঘৰত সদাই অশান্তি ; বাহিৰত কথোৰ চিন্তা ; সকলোৱে লগ লাগি তাক জ্বালাতন কৰিবলৈ ধৰিলে। সেইদিনা দুপৰীয়া ৰঙায়ে পথাৰৰ পৰা আহি ঘৰত ঢেৰাই-মেৰাই পৰিলেহি। পথাৰতে তাৰ গাত জ্বৰ উথি আছিল। খেতি বাতি সকলো পৰি ৰ'ল ; ৰঙায়ে ঘৰত জ্বৰ গাবলৈ ধৰিলে।

ৰঙাই বেমাৰ পৰিলতো ৰতনীয়ে প্ৰথমতে অলপ আওকনীয়া হৈ আছিল কিন্তু লাহে লাহে তাৰ পিড়ীত শেতা পৰা মুখখন

দেখি দেখি তাইৰ বেথা লাগিবলৈ ধৰিলে। আৰু কৰ্ত্তব্য হিছাবে হলেও তাই তাক শুশ্রূষা কৰিবলৈ আগবাঢি আহিল। ক্রমাৎ ৰঙাইৰ বেমাৰ বেচি হবলৈ ধৰিলে। কিন্তু ইকি আচৰিত কথা!—কালি মাথোন যাক ৰতনীয়ে অন্তৰৰ পৰা ঘৃণা কৰিছিল আজি ত্যাকৌ সেই ৰঙাইৰে জীৱন ৰক্ষাৰ কাৰণে তাই নিজৰ জীৱন পন কৰিলে!—ৰঙাইৰ বেমাৰ ভাল নোহোৱাত ৰতনীয়ে স্থিৰ কৰিলে যে যেনেকি উপায়েৰে, মৃত্যুৰ হাতৰ পৰা আনি হলেও তাই ৰঙাইক জীয়াই ৰাখিবই। ৰঙাইক অক্লান্তভাৱে শুশ্রূষা কৰি থাকোঁতে কোন ক্ষণত ৰতনীৰ হৃদয দুৱাৰ তাৰ কাৰণে মুকলি হৈ গল তাক তাই নিজেই কব নোৱাৰে। তাইৰ অন্তৰৰ কোন প্রদেশত ৰঙাইৰ কাৰণে ইমান মৰম গোপনে সঞ্চিত হৈ আছিল তাক ভাবি তাই নিজেই কেতিয়াবা আচৰিত হৈ পৰে। তাইৰ মনতে ভাৱ হল যেন তাইৰ জীৱন সৰ্ব্বস্ব ৰঙাইক জীয়াই ৰাখিব নোৱাৰিলে তাই নিজে জীয়াই থাকি একো লাভ নাই।

এই দৰেই কেতিয়াবা ৰঙায়ে অসুখত চাতি ফুটি কৰি থাকিলে ৰতনীয়ে তাৰ মূৰৰ শিতানতে বহি লৈ তাৰ মূৰৰ চুলিবোৰৰ মাজত আঙুলি বুলাই থাকি তাক টোপনি নিয়াবলৈ যত্ন কৰে। তেনে কৰি থাকিলে ৰঙাইৰ অলপ টোপনি আহে। কিন্তু সি টোপনি গলেও ৰতনীয়ে তাৰ ক্লান্ত মুখ খনিলৈ একে ৰাহে চাই থাকিবলৈ নেৰে। আৰু চাই থাকি কেতিয়াবা তাই আপোন পাহৰা হৈ যাই। ৰঙাইৰ

দুৰ্ব্বল, ক্লিষ্ট, সৰল মুখখনিত তাই দেখিবলৈ পাই অনমুৰূপ সৌন্দৰ্য্য। ইমান ভাল লাগে তাইৰ সেই মুখখনি। মুহূৰ্ত্তৰ কাৰণে তাই ৰঙাইৰ বেমাৰৰ কথা পাহৰি যাই আৰু দুই হাতে তাৰ মুখখন ধৰিলৈ চুমা বৰষিবলৈ ধৰে। ৰঙাইৰ টোপনি ভাগি যাই। তেতিয়া ৰতনীৰ মনলৈ চেতন আহে আৰু তাই লাজত মৰি যোৱা যেন হয়।

ৰঙায়ে যন্ত্ৰণাত চত্ফটাই থাকোঁতেও তাক ভাললৈ আনিবৰ কাৰণে ৰতনীৰ যত্ন আৰু সেৱা দেখি সি মুগ্ধ হৈ পৰে। কেতিয়াবা সি এইবোৰ সপোন নে দিথক একো বুজিবলৈ টান পাই। কাৰণ সি সদাই আগ বাঢি আছিল মৃত্যুৰ কাৰণে আৰু সেই কাৰণেই হব পাই মৃত্যুৱেও তাক আলিঙ্গন কৰিবলৈ লৰি আহিছিল। তাৰ নিচিনা এটা অদৰকাৰী জীৱ সংসাৰৰ পৰা আঁতৰি যাব পাৰিলেই ভাল আছিল, কিন্তু বাটতে আকৌ এইবোৰ কি? ৰতনীয়ে যে আপোন পাহৰা হৈ তাক ইমান মৰম কৰিব পাৰে তাকতো চেনেহ আকলুৱা ৰঙায়ে কেতিয়াও ভাবিব পৰাই নাছিল।

—"হুঁ আকৌ ৰতনীৰ নতুনকৈ কিহৰ অভিযান?" ৰঙায়ে বিছনাতে পৰি থাকি কেতিয়াবা ভাৱে। তাৰ ওচৰতে তাৰ মুখৰ ফালে সতৃষ্ণনয়নে চাই ৰতনী বৈ থাকে—"তাইৰ প্ৰতিশোধৰ হেপাহ পুৰালে জানো? .........কিজানি অকালতে যাবলৈ ওলোৱা দেখি তাই মোক ভাল কৰি পুনৰ নিপিৰন কৰিবৰ মন কৰিছে।" মুহূৰ্ত্তৰ কাৰণে এনে কিছুমান ভাৱ

ৰঙাইৰ মনত খেলাই যাই। কিন্তু সেইবোৰ ভাব্ বেচি সময় স্থায়ী নহয়। যেতিয়া সি ৰতনীৰ মুখৰ ফালে চাই তেতিয়া তাৰ এই অমূলক সন্দেহ ভাগি যাই।

ৰাতিদিন ক্ষতিক্ষন্তা নোহোৱাকৈ ৰঙাইক একাগ্রমনে প্রতি-পাল কৰি থাকোঁতে ৰতনীৰ স্বাস্থ্য ভাগিপৰিবৰ উপক্রম হৈছে। কিন্তু সেই ফালে তাইৰ অলপো কানষাৰ নাই। কেতিয়াবা ৰতনীয়ে চকুৰতিপ নমৰাকৈয়ে ৰাতি পাৰ হৈ যাই। কবতো নোৱাৰি কোন সময়ত ৰঙায়ে খাবলৈ বিচাৰে বা তাৰ আন কিবা কষ্ট হয়। ৰতনীৰ দেহ মন সকলো ৰঙাইৰ সেৱাতে নিবৌষ্ট। তাই নিজৰ কথা পাহৰি গৈছে। খোৱাৰ লাগ-বান্ধ নোহোৱাত আৰু ৰাতি ক্রমান্বয়ে টোপনি খতি কৰাত, তাইৰ চকুৰ গুৰিবোৰ ক'লা পৰি গৈছে আৰু গা ক্ষীনাই গৈছে।

"ওস্ ........ওস্ ..... মোৰ বুকুখনত কিবা এটাই খোচ মাৰি ধৰিছে।" ৰঙায়ে কেতিয়াবা ৰাতি চিঞৰি উঠে।

ৰতনীয়ে লৰালৰিকৈ বিছনাৰ পৰা উঠি গৈ ৰঙাইৰ মূৰটো তাইৰ কোলাত তুলি লয়গৈ আৰু কেতিয়াবা তেনে অৱস্থাতে ৰঙাই টোপনি গলে, তাই তাক লৰচৰ নকৰাকৈ সেইদৰেই লৈ থাকে। ... ..ৰাতি পুৱাই যাই।

কেতিয়াবা বহুত ৰাতি ৰঙায়ে হঠাতে টোপনিৰ পৰা সাৰ পাই ৰতনীক জাগি থকা দেখি বৰ আচৰিত হয় আৰু তাইক কয়—

"তুমি শোৱাগৈ যোৱা ৰতনী।"

"মই শুমগৈ বাৰু, আপুনি টোপনি যকচোন।" তাই উত্তৰ দিয়ে।

ৰঙাৱে আকৌ অলপ সময় টোপনি যাই। কিন্তু টোপনি বৰ পাতল। সি আকৌ সাৰ পাই।

--"ক'তা ৰতনী তুমি এতিয়াও শোৱাগৈ নাই?"

ৰতনীয়ে ৰঙাইৰ কথা পেলাব নোৱাৰি ওচৰতে শোৱাৰ ভাও ধৰে। কিন্তু তাইৰ চকুলৈ টোপনি নাহে।

এইদৰেই দিন গৈ আছে। ৰতনীয়ে ৰাতিক দিন কৰি ৰঙাইক সুস্থ কৰি তুলিবলৈ কৰা যত্ন সফল হৈছে। ৰঙাই বৰ লাহে লাহে ভালৰ ফালে আহিবলৈ ধৰিছে কিন্তু বিছনাৰ পৰা নামিব পৰা হোৱালৈ আৰু বহুত দিন বাকী, সি এতিয়াও ভয়ানক দুৰ্ব্বল। ইফালে ভূতৰ ওপৰতে দানহ পৰাদি মহাজনে আকৌ টকা সাধিবলৈ ধৰিলেহি।

এদিন ৰাতিপুৱাই মহাজন আহি হাজিৰ। ৰঙাই বিছনাতে পৰি আছিল। ৰতনীয়ে মহাজন অহা গম পাই বাহিৰলৈ ওলাই আহিল। তাই মহাজনক বৰ অনুনয় বিনয় কৰি তাহাঁতৰ বৰ্ত্তমান অৱস্থাতো বুজাবৰ চেষ্টা কৰিলে। কিন্তু মহাজনৰ শিলাময় হিয়া নগলিল। সি এইবাৰ নিশ্চয় কৈ গোচৰ কৰিবলৈ বুলি ৰতনীক চমকাই থৈ গুছি গল। মহাজনক কোনোমতে বুজাই সুজাই কিছুদিন ৰাখিব পাৰিলেই পাছত ৰঙাই ভাল হলে যেনে তেনে টকা সোধাব পাৰিব। ইয়াকেই ৰতনীয়ে

ভাবি আছে। সেইদেখি তাইকে গালী পাবি হলেও যেতিয়া মহাজন গুচিগল তেতিয়া ৰতনীয়ে মনতে অলপ সকাহ পালে। তাই ভিতৰলৈ সোমাই আহিলত ৰঙায়ে সুধিলে—

"কি হল ৰতনী! কোন আহিছিল?"—

"কোনো অহা নাই। গাৱঁৰে ভূধৰ আহিছিল খবৰ লবলৈ"—

ৰঙায়ে তাইৰ কথা শুনি অলপ সন্দেহৰ চকুৰে তাইলৈ চাই থাকিল। সি বিছনাৰে পৰা মাত শুনিয়েই বুজিছিল যে মহাজন আহিছিল তাগাদা দিবলৈ। কিন্তু ৰতনীৰ মুখৰ পৰা সি একো ধৰিব নোৱাৰি মনে মনে থাকিল। ৰতনীয়েও তাক আৰু কথা সুধিবৰ চল নিদি সেইখিনিৰ পৰা আতৰিগল। দুৰ্ব্বল অৱস্থাত ধনৰ চিন্তা কৰি থাকিব বুলি ৰতনীয়ে তাৰ আগত মিছা কথা কলে।

কিছুসময়ৰ পাছত ৰতনীয়ে ৰঙাইৰ কাৰণে অলপ আহাৰ যোগাৰ কৰি লৈ তাক খুৱাবলৈ আহিল।

—"এইয়া অলপ ভাতৰ মন্দ কৰি আনিছোঁ খকচোন।"

ৰঙায়ে একো উত্তৰ নিদি ৰতনীৰ মুখলৈকে ভেলেঙা লাগি চাই থাকিল।

"খকচোন।"—ৰতনীয়ে আকৌ কলে।

"তোমাৰ খুৰীয়াজোৰ কি কৰিলা ৰতনী!"—

ৰঙাইৰ প্ৰশ্ন শুনি ৰতনীয়ে থতমত খালে; কিন্তু তৎক্ষণাৎ নিজক চম্ভালি উত্তৰ দিলে।

"এনেয়ে পিন্ধিবৰ মনবোৱা নাই সোলোকাই থৈছোঁ।"

ৰঙায়ে তাইৰ কথা বিশ্বাস কৰিবলৈ টান পালে। কিন্তু অবিশ্বাসো নকৰিলে। সি মাথোন পৰম কৃতজ্ঞতাৰ চকুৰে তাইলৈকে চায়েই থাকিল।

"খক আকৌ।"—ৰতনীয়ে পুনৰ কলে।

"খাওঁ।"—ৰঙায়ে বেজাৰ মনেৰে উত্তৰ দিলে।

তাৰ বেমাৰত ৰতনীয়েনো কেনেকৈ পইছা এটা নোহোৱাকৈ ঘৰ চলাইছে তাক ভাবি ৰঙাইৰ বৰ দুখ লাগে। ৰতনীৰ বৈৰাগ্যতাৰ অৰ্থ সি বুজি পাই।

ৰঙাইক খুৱাই এতাই ৰতনী তাৰ ওচৰৰ পৰা আঁতৰি আহিল। খুৰীয়াজোৰৰ কথাভাবি তাইৰ চকুপানী ওলাল। খুৰীয়া পিন্ধিবৰ মন নগৈ সোলোকাই থোৱা কথা সচাঁ নহয়। ৰঙাইৰ বেমাৰত বেজক পইছা দিবলৈ নোহোৱাত তাকে বেচি আনিলে। আৰু সেই পইছাৰে এতিয়াও ঘৰখন তাই কোনো-মতে চলাই আছে। ৰঙায়ে বেয়া পাই বুলি তাই ইচ্ছা কৰিয়েই তাৰ আগত সচাঁ কথা নকলে।—খুৰীয়াজোৰ আছিল তাইৰ মাকৰ। তাই ঘৰৰ পৰা ওলাই আহোঁতে ইয়াকেই আনিছিল একমাত্ৰ লেখত লব লগীয়া সম্পত্তিৰূপে। কিন্তু কালৰ গতিত তাকো তাই ৰাখি থাব নোৱাৰিলে।

ক্ৰমাৎ ৰঙায়ে বিচনাৰ পৰা উথিব পৰা হৈছে। আৰু আজি কেইদিন মান হাতত লাখুটি লৈ চোতাললৈ ওলাব পৰাও হৈছে। ৰঙাইৰ আৰোগ্যত ৰতনীৰ মনৰ চিন্তা বহুত পাতল হৈছে, কিন্তু মহাজনৰ কথা ভাবি তাইৰ বৰ অশান্তি

লাগে। তাই উপায়ন্তৰ হৈ মাথোন অগতিৰ গতি ভগৱানক খাতে তাহাঁতক এই ৰিপদৰ পৰা ৰক্ষা কৰিবলৈ।

মহাজনৰ কিন্তু যেই কথা সেই কাম। সি বাৰে বাৰে ৰঙাইৰ ঘৰলৈ টকা সাধিবলৈ আঁহি উভতি গৈছে। নতুন খতো নাই। অথচ ৰঙাই বেমাৰ পৰাত খেতিও নহল। মহাজনে ভয় খালে। তদুপৰি সেই গাৱঁতে এটা দোকানঘৰ সাজিবৰ কাৰণেও এডোখৰ মাটি তাৰ বৰ দৰকাৰ। সাতে পাছে সি সুবিধা দেখি গোছৰ আৰম্ভ কৰি দিলে। ৰঙাইৰ যিয়েই নহল লাগিলে তাৰ কি সম্বন্ধ।

সেইদিনা ৰঙায়ে চোতালতে বহি ৰ'দ লৈ আছে। এনেতে টেকেলা আহি 'চমন্' জাৰি কৰিলেহি। উক্ত দিনত আদালতত হাজিৰ হব লাগে। হাজিৰ নহলে বা আন উপাই নকৰিলে পদকীয়াৰ অনুপস্থিতে মকৰ্দ্দমাৰ সোধ নিষ্পত্তি হব।..... ..
অতদিন ৰঙাই ৰতনীয়ে যিহকে ভয় কৰিছিল সেয়েই পালেহি। মানুহৰ কপালৰ ফেৰ কোনেও বুজিব নোৱাৰে। সিহঁত একেবাৰে উপাইহীন অৱস্থাত পৰিল। ৰঙাই নিজেতো আদালতত হাজিৰ হবই নোৱাৰে। আনকিবা কৰিবলৈকো সি উপাই বিছাৰি নেপালে। শেহান্তৰত সকলো একমাত্ৰ ভগৱন্তৰ ওপৰতে নিৰ্ভৰ কৰি সিহঁত বৈ থাকিল।

কথাতেই কয় বোলে "যাৰ কালে বৃহস্পতি পোন তাৰ কালে নবয় কোন?"—গোছৰত মহাজনে খৰচেৰে সৈতে ডিক্ৰী পালে। আৰু শেষত গৈ ৰঙাইৰ সকলো মাটি ভেটি মহাজনৰ হস্তগত

হল। এইবাৰ মহাজন আহিল ৰঙাই থকা মাটিৰ দখল লবলৈ। ৰঙাই ৰতনীয়ে মহাজনৰ ভৰিত পৰি কান্দিবলৈ ধৰিলে। সিহঁতে আগৰ ঠাইতে মহাজনৰ ৰায়ত হিচাবে থাকিবলৈ বিছাৰিলে কিন্তু মহাজন সৈমান নহল। মহাজনে কৰ্কশ মাতেৰে সিহঁতে কেতিয়া ঘৰমাটি খালি কৰি দিব তাৰ সমিধান বিছাৰিলে। ৰঙায়ে দেখিলে যে উপাই আৰু নাই। কপালত যি আছে সি হবই। সেইদেখি সি বেজাৰ কৰিবলৈ এৰি বৰ কাতৰ ভাৱে মহাজনক এমাহৰ দিন খুজিলে। মহাজনে সেই কেইদিন বাট চাব বুলি কৈ গুচি গ'ল, কিন্তু যাবৰ সময়ত কৈ গল যে এমাহৰ পাছত নিয়মমতে ঘৰমাটি খালি নকৰিলে জোৰবে সিহঁতক বাজ কৰি দিব।

ৰঙাই ৰতনীৰ কপাল ভাগিল। সিহঁতে কল্পনাত গঢ়ি তোলা সোণৰ সংসাৰখন কল্পনাতে উটি বুৰি গল। থাকিগল মাথোন সংসাৰৰ আবৰ্জ্জনাপূৰ্ণ বৈচিত্ৰ্যময় জীৱনৰ যন্ত্ৰণাৰাশি। ৰঙাইৰ স্বাস্থ্য গল; সম্পত্তি গল; মাটি বাৰি সকলো গল। কিন্তু সকলো হেৰুৱাইও সি আজি দুখীয়া নহয় কাৰণ সকলোৰে বিনিময়ত সি লাভ কৰিলে এটি অমূল্য ৰত্ন।—ৰতনীক। কিয় আগেয়ে জানো ৰতনী তাৰেই নাছিল? আছিল নিশ্চয়...... কিন্তু আগেয়ে পাইছিল এটা সুলভ্য দেহ মাত্ৰ আৰু এতিয়া লাভ কৰিলে এটি দুৰ্লভ্য মন। এতিয়া সি পালে ৰতনীক তাৰ জীৱনৰ প্ৰকৃত সঙ্গিনীৰূপে। আজি ৰতনীয়ে মনোমন্দিৰৰ থাপনাত বহুৱাই পূজা কৰিছে মাথোন ৰঙাইকেই আনৰফালে উভতি চাবৰ তাইৰ সময় নাই।

চাই থাকোঁতেই মাহটো যাবলগীয়া হল। ৰঙায়ে তাৰ দুৰ্ব্বল গাৰেই ওলাই গৈ কেইমাইলমান দূৰৈত কোনোমতে সোমাই থাকিব পৰাকৈ এটা সৰু ঘৰ যোগাৰ কৰিলেগৈ। অৱস্থাৰ বিপৰ্য্যই দেখি সিহঁতে এটা এটাকৈ ঘৰৰ গৰু, হাঁহ, পাৰ, আৰু ধানবোৰো বেচি দিলে। সেই দিনা মাহৰ শেষ পৰিল। কোন মূহুৰ্ত্তত মহাজনে দলে বলে আহি হাজিৰ হয়হি তাৰ থিকনা নাই। সি আঁতি সিহঁতক আকৌ দেখিলে যে সিহঁতক জোৰেৰে বাহিৰ কৰি দিবৰ ব্যৱস্থা কৰিব তাৰ অলপো সন্দেহ নাই। সেই দেখি ৰঙায়ে ভাবি চিন্তি সি পোৱাহিৰ আগতেই ঘৰৰ পৰা যাবলৈ ওলাল। কিন্তু ৰতনীয়ে জেদ ধৰি কলে—

—"মহাজননো ইমান নিৰ্দ্দয় হবনে যে আমাক নিজৰ ঘৰটোৰ পৰাই উলিয়াই দিব?......বাৰু তেওঁ আহকচোন। কি জানি এতিয়া আমাক থাকিবলৈ দিয়েই।"—

"আঁকৰী এইবোৰতো এতিয়া আমাৰ ঘৰহে থকা নাই। মহাজনে আমাক দয়া কৰিহে এই মাহ থাকিবলৈ দিছিল। আমাৰ কথামতেই এতিয়া ওলাই নগলে পাছত সকলোৱে আমাকে দুষিব। হেনজানি তুমি এইবোৰ কথা এৰি সোণকালে ওলাই আহাঁ।"—ৰঙায়ে কলে।

ৰঙাইৰ কথা শুনি ৰতনীয়ে জেদ এৰিলে। তাই যাবলৈ সাজুহৈ দুৱাৰ মুখত বাহ কান্দিবলৈ ধৰিলে। ৰঙায়ে নিৰৱে থাকি সকলো দেখিলে, সকলো শুনিলে, সকলো সহ্য কৰিলে।

তাৰ বেজাৰ নাই। কাৰণ সি ভাবে যে সকলোৰে ওপৰত এজন অদৃশ্য, অব্যক্ত ঈশ্বৰ আছে। যি সকলো দেখে, সকলো শুনে। মানুহৰ অন্তৰৰ গোপনতম কথাও তেওঁৰ আগত লুকাই ৰাখিব নোৱাৰি আৰু তেওঁৰ আঁদেশতেই মানৱ জীৱনৰ সকলো পৰিবৰ্ত্তন ঘটি থাকে। সেই দেখি সি বেজাৰ কৰিবৰ একো কাৰণ নেদেখিলে।

ৰঙাই লাহে লাহে ঘৰৰ পৰা বাজ ওলাল। ৰতনীয়ে শেষ বাৰৰ কাৰণে বাৰিখন চাবলৈ গল। বাৰিত আন আন বস্তুৰ লগতে নতুনকৈ লহ্‌পহ্‌ কৰি বাটি অহা কেজোপামান পান গছ আছিল। আজি যেন পান গছবোৰ জঁয় পৰি গৈছে। পান কিজোপা ৰতনীৰ বৰ মৰমৰ আছিল। নিতৌ ঘৰ সাৰি পানৰ গুৰিত জাবৰ দিয়া তাইৰ এটা দৈনন্দিন কাম আছিল। আজিৰ পৰা আৰু এইবোৰ কোনে চিঙে, কোনে খাই তাৰ একো থিকনা নাথাকে। ৰতনী বাৰিৰ বাহিৰ ওলাল; তাইৰ শোকে খুন্দা মাৰি ধৰিলে।

ৰঙাই ৰতনীয়ে ঘৰ এৰিগৈ পদূলী মৰ পালেগৈ। লগত গল মাথোন ছাগলী পোৱালী এটা। পদূলী মূৰতে বৈ ৰঙায়ে ইফালে সিফালে চালে কিন্তু এটি মানুহকো নেদেখিলে। তাৰ বৰ দুখ লাগিল। সিহঁতৰ বিপদৰ কথাতো সকলোৱে গম পাই। কিন্তু ঘৰ এৰি, গাওঁ এৰি যাবৰ সময়তো কোনোৱে আহি এষাৰ সহানুভূতিৰ মাত নিদিলেহি। ৰঙাইৰ অৱস্থা ভালে থাকোঁতে জ্ঞাতি, কুটুম্ব, ওচৰ চুবুৰীয়াক কত ৰকমে সহায়

কৰিছিল, কিন্তু ক'তা আজি সিহঁতৰ দুখত কাৰো এটোপা চকুপানী নোলাল। কাৰো পৰা সিহঁতে এষাৰি সাদৰি মাত মুশুনিলে। বাটত চকুপানী টুকি যাওঁতেও এজন গঞাৱে৷ ওলাই নেচালে ...কিয়?......সিহঁতে ওচৰ চুবুৰীয়াক কি জগৰ লগালে? .....সিহঁতে ভালৰ দিনত যি পাৰে সহায় হে কৰিছিল... তেন্তে আজি সকলো গঞা, সকলো মানৱ সিহঁতৰ প্ৰতি বিমুখ কিয়? . ...বোধ হয় গঞাৰ একো দোষ নাই। দোষ মাথোন এই দুৰ্ভগীয়া প্ৰাণী দুটাৰ হে। কাৰণ .. . সহায় কৰাতো ভাল কাম কিন্তু মানুহে মানুহৰ পৰা সহায় বিছৰাতো দোষ। .....ক'তা সিহঁতেতো কাৰো একো সহায় বিছৰা নাই। তেনেহলে কিয় আজি গোটেই পৃথিবীয়ে বৰ বেমাৰীৰ দৰে সিহঁত সংসাৰৰ পৰা লুপ্ত হৈ গলেই নিষ্টাৰ পাব খোজে?...... কিয়? .....সিহঁতৰ অপৰাধ কি? .....অপৰাধ?......অপৰাধ সিহঁতৰ দৰিদ্ৰতা, সিহঁতৰ দুৰ্ব্বলতা।.....কাৰণ যদিও দুৰ্ব্বলীয়ে সবলৰ আগত সেও মনাতো স্বাভাৱীক তথাপি সবলে দুৰ্ব্বলীক ভয় কৰাটোও মানুহৰেই স্বভাৱ।

( ২ )

কোৱঁৰপুৰত গৈ ৰঙাইহঁতে সৰু পজাঁ ঘৰটোকে সুখময় কৰি তুলিবলৈ অশেষ যত্ন কৰিছে। সিহঁতে জীৱনৰ হৈ যোৱা ঘটনাৱলী বিস্মৃতিৰ গৰ্ভতে লয় পাবলৈ এৰিদি দুয়ো নতুন উদ্যমেৰে নতুনকৈ এখন সংসাৰ গঢ়ি তুলিবলৈ চেষ্টাত ৰত হল।

সকলো কামতে ৰঙাই ৰতনীয়ে দুয়ো দুয়োকো সহায় কৰে। দৰিদ্ৰতাৰ শেষ সীমাত উপস্থিত হৈ দুয়োৰো মনৰ মাজত যি অলপ ব্যৱধান আছিল সিও কাটি গল। আজি দুয়োৰে হৃদয় দুৱাৰ দুয়োলৈকে অবাৰিত ভাৱে মুক্ত। এই দুখনি হিয়াৰ মাজত আজি দ্বেষ বা সন্দেহ একো নাই; আছে মাথোন অফুৰন্ত স্নেহ। প্ৰত্যেকেই আনটিৰ গুণৰাশি আৰু অকৃত্ৰিম প্ৰেমত মুগ্ধ। জীৱনৰ ৰঙ্গমঞ্চত অতি সঘনে পটপৰিবৰ্ত্তন হবলৈ ধৰাত ৰতনীয়ে ধনবৰৰ কথা এক ৰকম পাহৰি গৈছে কিম্বা মনত পৰিলেও তাৰ কথা ভাবিবলৈ আজৰিকে পোৱা নাই।

নিচেই সৰু পজাঁ ঘৰটো। কোনোমতে দুটা মানুহ থাকিব পাৰিহে। ঘৰটোৰ আগফালে আৰু পাছফালে দুখন চোতাল। পাছফালৰ চোতালত এখন তাঁতৰশাল। ৰঙায়ে বজাৰৰ পৰা সূতা কিনি আনি দিয়ে, ৰতনীয়ে ঘৰৰ বনকৰি এটাই আজৰি পৰত তাত্ বয়। বাহিৰৰ চোতালত ৰঙায়ে খৰি-খুৰা ফালে।

ৰঙাইৰ শৰীৰ আগতকৈ বহুত ভাললৈ আহিছে। কিন্তু এতিয়াও গাৰ শীৰ্ণতা গুছা নাই। বেচিপৰ কাম কৰি থাকিলে এতিয়াও তাৰ বুকুখন ৰৰকৈ ঢপ্‌ঢপাবলৈ ধৰে। কেতিয়াবা সি দীঘল কুঠাৰ এখনেৰে চোতালতে খৰি ফালিবলৈ ধৰে। কিন্তু খৰিত দুই তিনি কোৰ মাৰোতেই তাৰ কৰ্কালত কিবা এটাই তাহ্ মাৰি ধৰেহি। তাৰ ভত্‌চুৰ্ত্তি হেৰাই যাই। সি মাথোন ঠাইতে বহি পৰে। কিন্তু অলপ ভাল পালেই সি আকৌ উঠি খৰি ফালিবলৈ চেষ্টা কৰে। কিন্তু আকৌ ধৰে বেচিকৈ তাহ্

মাৰি। এইদৰেই বহুত পৰ যুক্তি যুক্তি ধনবৰে কেচতামান খৰি উলিয়াই দিয়ে ৰতনীয়ে ভাত ৰান্ধিবৰ কাৰণে। দুৰ্ব্বল হলেও কাম কৰিবৰ কাৰণে তাৰ মনটো অনবৰতে উচ্‌পিচাই থাকে।

সিহঁতে বাণমুখৰ পৰা লগত লৈ অহা ছাগলী পোৱালীটোও এতিয়া নিচেই সৰু হৈ থকা নাই। তায়ো ডাঙৰ হৈ এতিয়া নতুনকৈ দুটা পোৱালী জগাইছে। ৰতনীয়ে সৰুতেই এই ছাগলীজনীৰ নাম দিছিল ৰাইলী। ———বানমুখতে ৰতনী হঁতৰ এজনী ছাগলীয়ে দুটা পোৱালী দিছিল। কিন্তু পোৱালী দুটাৰ ভিতৰত এটা গাখীৰ খাই নোদোকা আৰু আনটো একেবাৰে চেৰেলা। সেইদেখি চেৰেলা পোৱালীটোৰ ভাগৰ গাখীৰো খাই বুলি ৰতনীয়ে ধেমালিতে এই নোদোকা পোৱালী টোৰ নাম ৰাইলী ৰাখিলে। অৱশ্যে ৰাইলী সৰু হৈ থাকোঁতেই মাক আৰু লগৰ পোৱালীটো কিবা এটা বেমাৰ হৈ মৰি থাকিল। মাক মৰিলত ৰতনীয়েই কলভাত খুৱাই পোৱালীটো ডাঙৰ কৰিলে। এতিয়া সেই ৰাইলীৰে পোৱালী জগিলত ৰতনীৰ আনন্দৰ পাৰ নোহোৱা হল। তাই আন কাম এৰি অনবৰতে ছাগলীজনীতে লাগি থাকিবলৈ ধৰিলে। আৰু নিতৌ ৰাইলীলৈ দুৱৰীবন কাটি আনিবৰ কাৰণে ৰঙাইক আমনি কৰিবলৈ ধৰিলে। ৰঙায়ে কেতিয়াবা ৰতনীৰ কথা এৰাব নোৱাৰি অলপমান বন কাটি আনি দিয়ে কিন্তু বেচি ভাগ ৰতনীয়ে নিজেই গোটাই আনিব লাগে। এইদৰেই ৰতনীৰ মৰম আৰু যত্নত ছাগলপোৱালী দুটা নোদোৰ্‌ পোদোৰ্‌ হৈ

উথিল। আন মানুহে কৰবাত মাৰে বুলি ৰতনীয়ে সদাই ৰাইলীক ঘৰতে বান্ধি ৰাখে।

সেই সময়ত দ' খেতি হৈ উথাত দুই এক মানুহে অৱস্থানুযায়ী বাম খেতিও অলপ অচৰপ কৰিছে। ৰঙাইহঁতৰ ঘৰৰ আগতে অলপ আতঁৰত এখন বাৰীত সিহঁতৰ ওচৰতে থকা মানুহঘৰে এড়ৰা মাটিমাহ কৰিছে। আৰু চাৰিউপিনে জেউৰা ভেতি দিয়াত মাহ ডৰা লহপহ্ কৈ বাঢ়ি উথি ফুলিবলৈ আৰম্ভ কৰিছে।

ৰাইলীয়ে সদাই বান্ধোনতে থাকি মুকলী হৈ যাবৰ কাৰণে সদাই সুবিধা বিছাৰি থাকে। সেইদিনা কোনোবা উপায়েৰে তাই মুকলী হৈ পোনচাতে গৈ মাহনিত সোমালগৈ। দুপৰীয়া মাহৰ গিৰীহঁতে খাই উথি বাহিৰলৈ ওলাই আহোঁতেই মাহনীত ছাগলী সোমোৱা দেখি খঙত জ্বলি পকি উথিল। আৰু হাতত মহ টোকোন এদাল হৈ অবাইচ মাতেৰে গালী পাৰি মাহনীলৈ লৰ ধৰিলে—

—"আজি বাপেকে হয় ছাগলীকে মাৰিম নহলে মানুহকে হলেও চৰ এটা মাৰিম। কুকুৰ মেকুৰীৰ পুতেকহঁতে মাহনীত ছাগলী চৰাবলৈ আহিছে।"—

বেচেৰী ৰাইলীয়ে তাৰ কথাৰ অৰ্থ বুজিবলৈ ভগৱন্তই শক্তি নিদিলে। তাই নিশ্চিন্ত মনেৰে চৰি থাকিবলৈ ধৰিলে। কিন্তু মাহনীৰ গিৰীহঁতে ওচৰ পাই আগপিছ একো নুগুনি ছাগলীজনীৰ গাত এটা পূৰ্ণ হুতীয়া মাৰ শোধাই দিলে। কোবত ৰাইলীয়ে বেৰাবলৈ ধৰিলে।

সেই সময়ত ৰঙাই ৰতনীয়ে ভিতৰৰ চোতালতে বহি আছিল। ছাগলীজনীৰ অস্থিৰ চিঞৰ শুনি সিহঁত তাৰ পৰা উথি আহিল। ৰতনীয়ে লৰমাৰি গই ৰাইলীক বান্ধি থোৱা ঠাইত নেদেখি তাইৰ বুকু চিৰিং কৰি গল আৰু তাই বাহিৰলৈ আহি ইফালে সিফালে চাই ৰাইলীক মাতিবলৈ ধৰিলে তেতিয়া ছাগলীজনীয়ে বেবাবলৈ এৰিলে।

"আহ . আহ . .. ৰাইলী! আহ।" ৰতনীয়ে চিঞৰি চিঞৰি তাইক মাতিবলৈ ধৰিলে। কিন্তু ৰাইলী নাহিল।

ৰঙায়েও ইফালে সিফালে চাই দূৰত মাহনীৰ দাঁতিত কিবা এটাই ধৰ্ফৰাই থকা দেখিবলৈ পাই সেইফালে লৰি গল। তাত ৰাইলীয়ে মৃত্যুৰ শেষ যন্ত্ৰণাত থেঃ এচাৰি থাকিব লাগিছে। ৰঙায়ে তাইক দেখিয়েই সকলো ঘটনা বুজি উথিল। সি চোতালত বহি থাকোতে গালীপৰা শুনিছিল। কিন্তু আন কাৰোবাক কৈছে বুলি বৰকৈ মনহে নকৰিলে। সি ৰাইলীক দাঙিলৈ ঘৰলৈ লৈ আহিল। ছাগলীজনীৰ গাত জখম হৈ তেজ ওলাব লাগিছিল আৰু এতিয়া তাইক দাঙিললত সেই তেজ লাগি ৰঙাইৰ কাপোৰো ৰঙা হৈ গল।

ঘৰত বহুত চেষ্টা বিফল কৰি থৈ অলপ পাছতে ৰাইলী মৰি [illegible]কিল। পোৱালীহুটাই গাখীৰ খাবলৈ নেপাই কান্দিবলৈ [illegible]ৰিলে। সিহঁতৰ অৱস্থা দেখি ৰতনীৰ চকুৰ পানী ওলাল। তাই পোৱালীহুটা ডুলিবলৈ বৰ যত্ন কৰিবলৈ ধৰিলে। কিন্তু সিহঁত নিচেই কুমলীয়া; ওপজাৰ মাহেক পুৰ হোৱাই নাছিল।

মাকৰ গাখীৰ নহলে এনে অৱস্থাত পোৱালী তোলা টান। সেই কাৰণে কিছুদিনৰ পিছতে পোৱালীতুটাও মৰি থাকিল। ৰঙাই ৰতনীয়ে সকলো সহ্য কৰি মনে মনে থাকিল।

এই ঘটনাৰ পোন্ধৰ দিন মান পাছৰ কথা। মাহডৰা ভালকৈ ফুলিছে আৰু গৰু মহ নোসোমালে গিৰীহঁতে বহুত মাহ পোৱাৰ সম্ভাৱনা হৈছে। কিন্তু ভগৱানৰ ইচ্ছা কোনেও বুজিব নোৱাৰে। সেইদিনা ৰাতিপুৱাৰে পৰা বতৰটো গোমাই আছিল। দিনত বৰষুন নহল যদিও গধূলী হোৱাৰ লগে লগে বৰকৈ বিজুলীয়াবলৈ ধৰিলে। লাহে লাহে গোটেই আকাশ খন ক'লা ডাৱৰে ছানি ধৰিলে। ঢেৰেকণিৰ শব্দত মাকৰ বুকুত শুই থকা কেছুৱাই উচপ্ খাই উথিল। আৰু লগে লগে শিল বৰষিবলৈ ধৰিলে। দুৰ্য্যোগৰ ৰাতি শেষ হল। ৰাতিপুৱা দেখা গল আনবোৰৰ লগতে মাহডৰাও শিল বৰষুনে একেবাৰে মহতিয়াই পেলালে। গছবোৰ থাকি গল হয় কিন্তু মাহ হলে এটাও নেলাগিল।

সেইবাৰ চ'তমহীয়া কোৱঁৰপুৰৰ মানুহে বিশেষকৈ আহু খেতিত ধৰিছে। কাৰণ কোৱঁৰপুৰখন বৰ দ'ঠাই। প্ৰাই বছৰি বাণ পানী হৈ থাকে। সেই দেখি ইয়াৰ মানুহবোৰে কেতিয়াবাহে কপাল ভালে থাকিলে খেতি তুলিবলৈ পাই। যোৱাবছৰো বাণপানীয়ে খেতি নষ্ট কৰাত এইবাৰ বাইজে তত্ নেপাই আহুখেতি কৰিছে। ৰঙাইহঁতৰ ঘৰৰ আগৰ আগেয়ে মাহ কৰা মাটিভোখৰতো ধান হৈছে।

সেইদিনা ৰাতিপুৱা দোক মোকালিতে ৰঙাই শোৱাৰ পৰা উথি• বাহিৰলৈ আহিল। ৰাতিপুৱাৰ বতাহ লৈ ঘৰৰ আগতে অলপ ফুৰিবলৈ ধৰিছে। এনেতে সি দেখিবলৈ পালে যে তাৰ ওচৰচুবুৰিয়াৰ ধান ডৰা এটা মহে খাবলৈ ধৰিছে। লোকৰ ধান খালেও স্বাভাৱিক সৰলতাত ম'হটো খেদিদিবলৈ তাৰ ইচ্ছা হল। কিন্তু ম'হ খেদিবলৈ তাৰ হাতত লাথি এডালো নাছিল। তথাপি সি গোজ এডালকে হাতত লৈ মহ খেদিবলৈ গল। গোনা ম'হ; ৰঙাইৰ হাতত সৰু মাৰি এদাল মাথোন দেখি সি খেদি আহিল। কিন্তু ৰঙায়ে মৰণত শৰণ লৈ ম'হটোৰ নাকতে টানকৈ মাৰ মাৰি দিলত সি ভিৰাই ধৰি লৰ মাৰিলে। ম'হটো গলত ৰঙায়ে ইফালে সিফালে চালে কিন্তু কাকো নেদেখিলে। সি লৰালৰিকৈ ম'হে ভঙা জেউৰা বোৰ বাঁতি থৈ ঘৰলৈ উভতি আহিল।

ৰঙাই উথি যোৱাৰ পাছতে ৰতনীও শুই উথিছিল আৰু ভিতৰত অলপ কাম কৰি এতিয়া বাহিৰলৈ ওলাই আহিলত দেখিবলৈ পালে যে ৰঙায়ে লোকৰ বাৰীৰ পৰা ম'হ খেদি, জেউৰা ভেঁটি থৈ ঘৰলৈ উভতিছে। ৰঙাইৰ কাম দেখি ৰতনীৰ অন্তৰ ভক্তি প্ৰেমত পুৰ হৈ গল আৰু চকুৰেদি আনন্দাশ্ৰু ববলৈ ধৰিলে। লগে লগে তাইৰ মনত পৰিল কিছুদিনৰ আগতে সেই বাৰীখনৰ গিৰীহঁতেই ৰাইলীক নিৰ্দ্দয়ভাৱে মৰিউৰাৰ কথা।

ৰঙাই ঘৰলৈ উভতি আহোঁতে দূৰৈৰ পৰাই ৰতনীক ঘৰৰ

ছুৱাৰ মুখতে বৈ থকা দেখিবলৈ পালে আৰু তাইক দেখি সি মনতে অলপ লজ্জা অনুভৱ কৰিলে। যেতিয়া সি ওচৰ পালেহি তেতিয়া ৰতনীয়ে এটা ক্ষীণ হাঁহি মাৰি তাক সুধিলে—

"সিদিনা মাথোন আমাৰ ছাগলীজনী সিহঁতে অতি নিষ্ঠুৰ ভাৱে বধ কৰিলে আৰু আজি আপুনি নিজৰ জীৱন বিপন্ন কৰি সেইখন বাৰীৰ পৰাই ম'হ খেদি দিলেগৈ।"

—"নহয় ৰতনী! মই ম'হ খেদিলোঁগৈ যাতে মানুহে মানুহক সহ্য কৰিবলৈ শিকে।.. যোৱা বছৰ বানপানীয়ে খেতি নষ্ট কৰিলে, এইবাৰো যদি সিহঁতৰ কঠিয়া নষ্ট হবলৈ হয় সিহঁতে যে খাবলৈ নেপাই মৰিব। আমাৰ তেও কোনো নাই সিহঁতৰ যে লৰা ছোৱালী বহুত।"—ৰঙায়ে আত্মকাৰ্য্য সমৰ্থন কৰি কলে।

ৰঙাইৰ কথা শুনি ৰতনীৰ শীৰ ভক্তিত নত হৈ যায়। তাই নিজে নিজেই কবলৈ ধৰিলে—

"এনে এজন দেৱতাকে তই এদিন মোহমুগ্ধহৈ ঘৃণা কৰিছিলি হায় অভাগিনী ?"—

...আকৌ ভাৱে—"ঘৃণা নকৰা হেতেন আজিতো পূজা কৰিবলৈ নেপাওঁ।"—

---

# অষ্টম অধ্যায়

ৰংপুৰৰ নগৰৰ এমূৰত এটা সৰু ৰেলৰ ষ্টেচন আছে। ষ্টেচনৰ থিক সমুখতে এখন আহল বহল ধানৰ পথাৰ। ৰেলৰ আলীটো এই পথাৰ খনৰ দাঁতিয়েদি অৰ্দ্ধগোলাকাৰ হিছাবে গৈছেগৈ। থিক ষ্টেচনতে থিয় হলে দেখা যাই যেন ৰেলৰ আলীটো সোঁফালৰ এখন ডাঠ অৰণ্যৰ মাজৰ পৰা ওলাই আহি, ষ্টেচনতে গা ঘহঁাই, বাওঁফালেদি কিছুদূৰ গৈ থাকি আকৌ এখন অৰণ্যৰ মাজত গহীন ভাৱে প্ৰবেশ কৰিছেগৈ। দৃশ্যটো অতি মনোৰম। ষ্টেচনৰ আগৰ পথাৰ খনত আহিন, কাতি মহীয়া ৰংবেৰঙৰ ধাননীয়ে এখন সুন্দৰ, প্ৰকাণ্ড গালীছা পাৰি থোৱা যেন লাগে। খৰাং কালিও এই পথাৰত ওচৰৰ ১০।১২ খন গাৱঁৰ গৰু, মহ, ছাগলী আদিয়ে ৰং মনেৰে নৰানিৰ মাজে মাজে চৰি ফুৰে। পথাৰৰ সিপাৰে দূৰত, বহুত দূৰত, আকাশত ঢৌ কাটি থকা নগাচলৰ সুন্দৰ দৃশ্যই চাওঁতাৰ চকু জুৰাই।

ষ্টেচনটো নিচেই সৰু। ষ্টেচনৰ আশে-পাশে কৰ্ম্মচাৰী সকলৰ কাৰণে আতোমতোকাৰীকৈ সজা কিছুমান সৰু সৰু খেৰি ঘৰ। এই ঘৰবোৰ পাৰ হৈ আহিয়েই ওপৰে তলে ইটাৰে গঁথা এটা নাতিদীৰ্ঘ ঘৰ। ঘৰটোৰ আগফালে সৰ্ব্বমুঠ দুৱাৰ আঁঠখন। পাছফালে দুৱাৰ নাই। কিন্তু মাথোন বতাহ সোমাব পৰা আঠোতা বন্ধ আছে। ঘৰটোৰ আঁঠখন দুৱাৰেদি আঠোটা

কোথালৈ গুলোৱা সোমোৱা বাট। এই কোঠাবোৰ দীঘল বহলে প্ৰাই আঁঠ হাততকৈ অলপ বেচি হলেও হব পাৰে আৰু ভিতৰে ভিতৰে ইটোৰ পৰা সিটোলৈ অহা-যোৱা কৰিবলৈ কোনো বাট নাই; প্ৰত্যেকটোৱেই পৃথক। এহ ঘৰটোৰে সাতোঁটা কোঠাত এটা এটা পৰিয়ালেৰে সৈতে বেলত কাম কৰা একোটা কুলী থাকে। ইহঁতৰ পৰিয়াল বোলোঁতে, মাক, বাপেক, জীয়েক, জোঁৱায়েক, পুতেক, বোৱাৰীয়েক আৰু সৰু সৰু লৰা ছোৱালী আদি কৰি সকলোৱেই এই সৰু কোথাটোতেই থাকে, তাতে ৰান্ধে, তাতে খাই, তাতে শোৱে। ফাটকৰ ভিতৰত আবদ্ধ কৰি ৰখা কয়েদীতকৈ ইহঁতৰ অৱস্থা কোনোগুণেই ভাল নহয়। পাৰ্থক্য মাথোন, সিহঁত বন্দী, ইহঁত মুক্ত। কিন্তু এনে ধৰণৰ মানুহেও একে অৱস্থাৰ সেই বন্দীজীৱন ভয় কৰে আৰু সেই অৱস্থাতেই মুক্ত হিছাৱে আনন্দত থাকে। স্বাধীনতা মানুহৰ ইমানেই প্ৰিয়, যদিও তাৰ ব্যৱধান এটা প্ৰাচীৰ মাত্ৰ। —এইদৰেই সেই পকা ঘৰটোৰ সাতোঁটা কোঠাত কুলীবোৰে বাস কৰে আৰু অষ্টম কোঠাটোত ধনবৰে অকলশৰে থাকে।

অফলী মৰাৰ পাছত ধনবৰৰ মনটো একৰকম পাগল হোৱাদি হল। এমাহৰ অগা-পিছাকৈ মাক আৰু গাভৰু ভনী-য়েকক অকালতে হেৰুৱাই তাৰ মনৰ পৰাও শৃঙ্খলতাৰ আওঁ চিগি গল। অস্থিৰতাত সি কিছুদিন অ'ত, ত'ত ঘুৰি ফুৰিবলৈ ধৰিলে। তাৰ থকা খোৱাৰ একো লাগ-বান্ধ নোহোৱা হল। সি ঘৰলৈ উভতি যোৱাৰ কথাও একেবাৰে পাহৰি পেলালে।

অকলশৰীয়া ঘৰখনত সি এতিয়া গৈয়েই বা কৰিবগৈ কি? তাত্টো এতিয়া তাৰ মাক নাই যে তাক নেদেখি মনত বৰ শোকেৰে বাটলৈ চাই ৰৈ থাকিব। তাত অফলী নাই যে সি কৰবাৰ-পৰা ঘুৰি গলেই বৰ উলহ মালহ কৰি তাৰ আলপৈচান ধৰিবহি। তেনেহলে সি ঘৰলৈ গৈ কাৰ মুখ চাই মন জুৰাব।

অফলীৰ লগতে ধনবৰৰ মনৰ বাকী থকা আশা—আকাঙ্ক্ষা, ঘৰদুৱাৰ সকলো উটি গল। উটি গল তাৰ ভদাইৰ লগত থকা বন্ধুতা, সমাজত থকা শৃঙ্খলতা আৰু সম্যকতাৰ প্ৰতি তাৰ বিশ্বাস। থাকিগল মাথোন সমাজৰ অবিচাৰ, অনাচাৰ আৰু অত্যাচাৰ বোৰ নীৰৱে চাই থাকি অন্তৰতে দহি, দহি মৰিবলৈ ভগ্ন মনেৰে সৈতে তাৰ জীৰ্ণ দেহাটো।

·এইদৰেই ধনবৰে মনৰকষ্টত অলপদিন ঘুৰি ফুৰি শেষত অনুভৱ কৰিলে যে সি জীয়াই আছে যেতিয়া নিশ্চয় খাব লাগিব। আৰু খাবলৈ হলে যেনে তেনে উপাৰ্জ্জন কৰিবই লাগিব। কিন্তু পথ ক'ত? সি আকৌ কাম বিচাৰি ঘুৰিবলৈ ধৰিলে। সি ষ্টেচনলৈ গল। ষ্টেচনত ৰেলৰ "পইণ্টমেন" এটা কাম খালি আছিল। সি অতি নামমাত্ৰ দৰমহাত শিকাৰু হিছাবে এই কামতে ভৰ্ত্তি হল।

ধনবৰ কামত সোমাল কিন্তু তাৰ থকাঠাই এডোখৰ হলে এতিয়াও থিক নহল। দিনটো সি কামতে ব্যস্ত থাকে আৰু ৰাতি হলে ষ্টেচনতে থকা মালবাহী ৰেলগাড়ীৰ খালি ডব্বা এটাতে অকলৈ শুই থাকে। এইদৰেই সি কোনোমতে কাম

শিকিবলৈ যত্ন কৰিবলৈ ধৰিলে। তিনিমাহ মানৰ পাছত সি "পইণ্টমেনৰ" সকলো কাম জনা হৈ উথিলত মাহে পোন্ধৰ টকা দৰমহাত কামত নিগাজী হ'ল। ইতিমধ্যতে কুলীবাহৰত এটা কোঠা খালি হোৱাত ধনবৰে তাতে থাকিবলৈ ললে।

ৰেলৰ ষ্টেচনত কাম কৰে ধনবৰে। সি সদাই ৰেল অহাৰ বহুতসময়ৰ আগেয়েই নীলা দীঘল চোলা এটা পিন্ধি আৰু মূৰতো নীলা পাগ এটা মাৰি, হাতত ৰঙা, নীলা দুদাল নিচান লৈ ষ্টেচনৰ আগৰ চোতালখনত হাজিৰ থাকে। সেই সময়ত ৰেলত যাবলৈ অহা মানুহবোৰে নিজৰ নিজৰ তোপোলা-তুপুলি বোৰ একেঠাইতে দ'মখুৱাই লৈ ওচৰতে বহি থাকে ৰেল অহালৈ অপেক্ষা কৰি। ধনবৰে এই মানুহবোৰৰ মাজে মাজে ঘুৰি ফুৰে। কেতিয়াবা সি দুইএটা চিনাকী মানুহ লগ পালে, সিহঁতৰ ওচৰতে বহি পৰে খবৰ-বাতৰি লবলৈ। কেতিযাবা সি এইদৰে গল্প কৰি বহি থাকোঁতেই ৰেল আহিবৰ সময় হয়। ষ্টেচনৰ ডাকবাবুৱে তাক বহি থকা দেখি চিঞৰ মাৰি কয়—

"এই ধনবৰ। ৰেল চাৰিলে, ৰেল চাৰিলে।"

ৰেল অহাৰ সময়ত ধনবৰৰ গাত হুচ নেথাকে। ডাকবাবুৰ চিঞৰশুনি সি লৰালৰিকৈ কথাৰ মাজৰ পৰাই উথি আহি, ৰেল অহালৈ বাট্টচাই বৰ সষ্টম হৈ বৈ থাকেহি। ৰেল পালেহিয়েই তাৰ কাম বহুত ওলাই। ৰেলগাড়ী থিক লাইনত থিয় কৰোৱাৰ উপৰিও, সি লাইনৰ ওচৰত থিয় হৈ, ষ্টেচনত ৰব লগীয়া মালৰ ডবাবোৰ, গাড়ীৰ পৰা কটাব লাগে, আৰু যাব লগীয়া

ডবাবোৰ গাড়ীত যোৰাই দিব লাগে। ইয়াৰ উপৰিও আন আন কাম বহুত। ধনবৰে বৰ হুচিঁয়াৰ হৈ সকলো কাম একালৰ পৰা কৰি যাই। অলপৰৰ পিছতে ৰেলগাড়ী থাকো গুছি যাইগৈ। ধনবৰে কামৰ পৰা অলপ আহৰি পায়। কিন্তু ৰেলগাড়ী যোৱাৰ বহুত পৰৰ পিছলৈকে তাৰ চকুৰ আগত জিলিকি থাকে ৰেল আহি পোৱাৰ সময়ত মানুহবোৰৰ হিচ্-হিচনী। গাড়ীত উঠি অহা মানুহবোৰৰ নামিবৰ কাৰণে লৰালৰি, যাব খোজা মানুহবোৰৰ, গাড়ীত উঠিবৰ কাৰণে ততোধিক ব্যস্ততা। কোনেও কালৈকো চাবলৈ আজৰি নেপাই। ইফালে দুইএটা পানঅলা, বিৰীঅলাই সেই সুযোগ কনতে দুপইছা লাভৰ আশাত টেতুফালি বস্তুবোৰৰ জাননী দিয়া। মুহূৰ্ত্ততে গোটেইখনত এটা বিৰাট হুলস্থুল হৈ পৰে কিন্তু ক্ষন্তেক পিছতে ৰেলগাড়ী গুছি গলে আকৌ সকলো চেঁচা পৰি আগৰ নিচিনা হয়। কেতিয়াবা এনে লাগে যেন হঠাৎ কৰবাৰ পৰা এটা ডাঙৰ ধুমুহা আহি গোটেইখন গুলজাৰ কৰি দিয়ে, আকৌ ধুমুহা গলেই পৃথিবী শান্তিময় হৈ পৰে। ৰেলগাড়ী গুছি গলে ধনবৰে কিছুপৰ একেথৰে গাড়ীখন দেখালৈকে চাই ৰৈ থাকে। যেতিয়া নেদেখা হয় তেতিয়া সি তাৰ সৰু কোঠাটোলৈ উভতি আহি তাৰ পোচাক সোলোকাই বিশ্ৰাম লবলৈ যত্ন কৰে।

তাৰ কোঠাতোত সোমালেই ধনবৰক নানা ভাবে আহি আগুৰি ধৰেহি। কালৰ সোঁতত পৰি সি মাক আৰু অফলীৰ কথা পাহৰিবলৈ ধৰিছে আৰু মনত পৰিলেও সেয়েই এডিয়া

তাক বৰকৈ বেজাৰ দিব নোৱাৰে। কিন্তু ৰতনীৰ স্মৃতি তাৰ মনৰ পৰা মোচ খাই যোৱা নাই বৰং সেয়েই দুগুণে উজ্জল হৈ উথিছে। যিমানেই সি ভাৱে যে ৰতনীক পাবলৈ কৰা তাৰ প্ৰয়াস বৃথা, সিমানেই তাইক পাবলৈ তাৰ মন উদ্বাউল হৈ উথে। সি নিজৰ মনকেই বাধা দিব নোৱাৰে। একো নেভাবো বুলি জোৰ কৰি সি বিছনাত চকু মুদি পৰি থাকোতেও তাৰ চকুৰ আগত ৰতনীৰ মূৰ্ত্তি স্পষ্টৰূপে জিলিকি থাকে। কিন্তু সি কোঠাৰ পৰা ওলাই আহিলেই বাহিৰৰ হুজুগত পৰি আকৌ সেই ভাৱ বোৰ ক্ষন্তেকৰ কাৰণে আতঁৰি যায়। সেইদেখি সি চেষ্টা কৰে যিমান দূৰ পাৰি বাহিৰতে থাকিবলৈ। কোঠাটোত অকলশৰে থাকিবলৈ তাৰ ভয় লগা হল। এইদৰে কেতিয়াবা তাৰ কাম নেথাকিলে ধনবৰে ৰেলগাড়ীতে উঠি—ওচৰৰ আন এটা ষ্টেচনলৈ গুছি যাই। যাওঁতে বাটত একে গাড়ীতে উথি যোৱা মানুহ-বোৰক সি সুধিবলৈ ধৰে সিহঁত যাব ক'লৈ ?......ক'ৰ পৰা আহিছে, কিমান দিনৰ মূৰত আকৌ উভতি আহিব ?......এই প্ৰশ্নবোৰত তাৰ কোনো লাভ নহয়। তথাপি সি স্বাভৱিক প্ৰগলভতাত এনেবোৰ কথাকেই চিনাকী, অচিনাকী সকলোকে সোধে। সীমাবদ্ধ পথত অচিন যাত্ৰীৰ লগত সি ক্ষন্তেকৰ কাৰণে চিনাকী হৈ পৰে। ধনবৰে সিহঁতক সুখ, দুখৰ কথা সোধে। সিহঁতে হাঁছতি মেলি তাক দুই এখন তামোল দিয়ে কৃতজ্ঞতাৰ চিন স্বৰূপে। এইদৰেই ধনবৰে তাৰ গন্তব্য স্থান পালেই ঘপ-কৰে গাড়ীৰ পৰা নামি পৰে আৰু লগে লগে তাৰ ক্ষণিকৰ

লগৰীয়াবোৰৰ কথা তাৰ মনৰ পৰাও আতৰি যাই। পৰিবৰ্ত্তনশীল জগতত সকলো কথাই এনেকুৱা। ধনবৰে আকৌ গাড়ীত উঠি ঘৰলৈ উভতি আহে।

এইদৰেই সি বহুত দিন অহা-যোৱা কৰিছে, বহুত মানুহৰ লগত চিনাকী হৈছে। কিন্তু ঘুৰি সেই মানুহ বোৰক লগ পালে এটাকো চিনি নোপাৱা হয়।

বৰ ভাল লাগে ধনবৰৰ ক্ষন্তেকৰ কাৰণে হলেও, ৰেলত যাত্ৰী বোৰেৰে সৈতে, বহুত দিনৰ চিনাকীৰ দৰে, সুখ দুখৰ দুৱাষাৰ কথা পাতি যাবলৈ। এই যাত্ৰীবোৰৰ মাজত পোৱা যাই এটা উলহমালহৰ ভাৱ, এটা নতুনতা, এটা উৎসাহৰ ধাৰা। ক'ৰ পৰা নিতৌ ইমান মানুহ গাড়ীখন ভৰ্ত্তি হৈ আহে, সিহঁত যাই ক'লৈ, কিয় ইমান হুৰাহুৰি, লৰালৰি, যেন ক্ষন্তেক ৰবলৈকো কাৰো এধানিমান সময় নাই। গৰুগাড়ীৰে পৰা আৰম্ভ কৰি মটৰ, ৰেল, জাহাজ, আকশীযান আদিয়ে এই মানুহবোৰক ক'লৈ লৈ যাই? বেগৰ উপৰি বেগ, তথাপিও যেন মানুহৰ সময়ৰ নাটনি। ক্ষন্তেক জিৰাবলৈকো যেন সিহঁতে আজৰি নেপাই। কিহৰ উদ্দেশ্যে ইমান ততাতৈয়া? কাক লগপাবলৈ সিহঁতে ইমান হাবাথুৰি খাই? কিহৰ কাৰণে?...ক'লৈ?... কিয়?...এনে প্ৰশ্নৰ সমিধান সি বিছাৰি উলিয়াব নোৱাৰে।

কেতিয়াবা ধনবৰে মুক্ত আকাশৰ তলত ৰেলৰ আলীৰ দাঁতিতে বহি, বিশাল খোলা পথাৰ খনৰ ফালে একান্ত মনেৰে চাই থাকে। সেই সময়ত তাৰ মনলৈ আহে সমগ্ৰ জগতত ঘটি

থকা পৰিবৰ্ত্তন বোৰৰ কথা।.........ৰেল, জাহাজ, আকশীযান আদি অতি আচৰিত আৰু অদ্ভূত বস্তু বোৰ কোনে সাজিঁচে? .........কিয় মানুহে।... .....মানুহে তাতকৈও অদ্ভূত বস্তু তৈয়াৰ কৰা নাই জানো?.........নিতে নতুন নতুন কথা আবিস্কাৰ কৰি মানুহে তেন্তে কলৈ উধাইছে?........... সম্পূর্ণতালৈ?... .. . যি মানুহে ইমান কাৰ্য্য কৰিব পাৰিছে, সি কিমান শক্তিশালী কিন্তু যিজন এই মানুহবো ওপৰত...... ঈশ্বৰ.........তেওঁ যে আৰু কিমান শক্তিমন্ত। ..... . হব পাৰে তেওঁক আমি যিমান শক্তিমন্ত বুলি ভাবোঁ, হয়তো তেওঁ সিমান নহয়। কাৰণ পৃথিবীত মানুহ নামেৰে অভিহিত-এবিধ জীৱ আছে যি ঈশ্বৰক ইচ্ছামতে স্রজন কৰি হৃদি সিংহাসনত বহুৱাই পূজা কৰে আৰু দৰকাৰ হলে তেওঁক সেই সিংহাসনৰ পৰা বগৰাই সন্দেহৰ দ'খালত আবদ্ধ কৰি থব পাৰে।......... তথাপিও মানৱ অসম্পূর্ন আৰু সেইদেখি সম্পূর্ণতাকে লক্ষ্যকৰি অবিৰাম আগুৱাব লাগিছে। সিহঁতে কেতিয়াবা এই সম্পূর্ণতা লাভ কৰিব পাৰিবনে নোৱাৰে তাক ক্ষন্তেক বৈ ভাবি নেচাই। হয়তো কেতিয়াবা পাব পাৰে কিন্তু বেচি সম্ভৱতঃ মৰিচিকাৰ দৰে ই চিৰকাল অপ্রাপ্য হৈয়েই ৰব।

ঈশ্বৰ কি?.........স্বৰ্গ ক'ত? . ......স্বৰ্গ সৌৱা তাত... তাত.........কিন্তু ক'ত কোনেও কব নোৱাৰে; তথাপি ই তাতেই আছে। ই বৰ এন্ধাৰ। ইমান এন্ধাৰ যে মনঃ চক্ষুৰেও মানুহে ইয়াৰ দৰ্শন লাভ কৰিবলৈ সমৰ্থ নহয়। ইয়াৰ চাৰিও

ফালে ঘোৰ অন্ধকাৰৰ ডাঠ আৱৰণে আৱৰি ধৰি আছে। মানুহে ইয়াৰ সিফালে কি আছে তাক জানিবৰ অভিপ্ৰায়ে এই বেৰতে চিৰজীৱন মূৰ খুন্দিয়াই থাকে। কিন্তু ইমান চেষ্টাৰ উপৰিও অতি অস্বাভাৱীক ভাৱে মানুহে আচল সত্যতো জানিব নোৱাৰে।...... .বোধ হয় ঈশ্বৰ নাই।........স্বৰ্গৰ কথা মিছা। .... কাৰণ মানুহে যিটো বস্তু পাবৰ কাৰণে যত্ন কৰে, সেই বস্তুটো সিহঁতৰ পৰিশ্ৰমৰ উপযুক্ত পুৰস্কাৰ হিছাবে বিচাৰে বৰ্ত্তমান ক্ষেত্ৰত মানুহে জীৱনব্যাপি, ঈশ্বৰ আৰু সপোন ৰাজ্য স্বৰ্গৰ সন্ধানত ঘুৰি ফুৰি বিফল মনোৰথ হয়। কিন্তু কেতিয়াবা অতিশয় চিন্তাৰ ফলত কল্পনাৰ কথাবোৰেই সিহঁতৰ আগত বাস্তৱৰূপে জিলিকি উথে। আৰু ইয়াকে দেখিয়েই সিহঁতে আনন্দত আত্মবিস্মৃত হৈ চিয়ৰি উথে যে সিহঁতে ঈশ্বৰ পালে, স্বৰ্গ দেখিলে। যদিও আচলতে সিহঁতে একো নেপালে, একো নেদেখিলে, একো নুশুনিলে আৰু সিহঁতৰ অসীম চেষ্টা বৃথাই গল। বাস্তৱিকতে সিহঁতে যাক আচল সত্যবুলি ভ্ৰমবশতঃ ধৰি লয় সি সিহঁতৰ নিজৰে প্ৰতিবিম্ব। কাৰণ সিহঁতে প্ৰকাশ কৰে যে স্বৰ্গখনো এখন দেশ, যত মানুহে বেয়া পোৱা একো বস্তু নাই, কিন্তু ভাল পোৱা বস্তু সকলো আছে। য'ত দুখ নাই, দ্ৰৰিদ্ৰতা নাই, যিখন ঠাই জৰা ব্যাধি হীন, চিৰ বসন্তময়, সৰ্ব্বসুখেৰে মণ্ডিত, চিৰ শান্তিৰ ধাম। আৰু ঈশ্বৰক অভিহিত কৰে অতিমানৱ বুলি.......কিন্তু অতি মানৱ হলেওতো মানৱ। সিহঁতে কল্পনাতে ভোল যায়। সিহঁতে নেজানে যে এই কল্প-

লোকত মৰিচিকাৰ দৰে কেতিয়াও, কোনোকালেই বাস্তৱ ভাৱে উপনীত হব নোৱাৰি। হায়! মানুহ বোৰৰ কিমান আনন্দ হ'লহেতেন যদি সিহঁতে জানিলে হেতেন যে আচল সত্য এৰি সিহঁতে এটা অসত্যকহে ধৰিবলৈ যত্ন কৰিছে, যে সিহঁতে কাঁই বিছাৰিছে সি নিজৰ হাততেই, যে পৃথিৱীখনেই হে আচল স্বৰ্গ, যত বাস কৰা মা ্হ বোৰেই হৈছে দেৱতা।

সুনিলীম বিশাল আকাশৰ তলত অকলৈ বহি থাকি ধনবৰৰ কল্পনাৰ অন্ত নপৰে। কেতিয়াবা সৃষ্টিৰ সৌন্দৰ্য্য দেখি সি সৰল শিশুৰ দৰে আনন্দত উত্ৰাৱল হৈ ভক্তিভৰে ঈশ্বৰলৈ প্ৰণাম জনাই আৰু কেতিয়াবা সমাজত অবিচাৰ, উচ্চ নীচৰ বিভিন্নতা, বলীয়ে দুৰ্ব্বলীক কৰা পীড়নৰ কথা ভাবি তাৰ মন ঈশ্বৰৰ প্ৰতি বিদ্ৰোহি হৈ উঠে। সি মানিবলৈ টান পাই যে সকলোৰে ওপৰত এজন ঈশ্বৰ আছে। কিন্তু তথাপি সি মনক ভূৱা দি হলেও বিশ্বাস কৰি থাকিবৰ চেষ্টা কৰে যে ঈশ্বৰ নিশ্চয়ই আছে।

( ২ )

ধনবৰৰ দিনবোৰ এনেকৈয়ে গৈছে। কেতিয়াবা তাৰ মন ভালে থাকিলে আজৰি পৰত সি আহি মণিৰামৰ ওচৰত বহেছি। মণিৰামে ষ্টেচনতে মনোহাৰি মালৰ এখন সৰু দোকান দিয়ে। ধনবৰে প্ৰথমতে ষ্টেচনলৈ যোৱাৰ পৰাই মণিৰামৰ

লগত চিনাকি। সি বৰ চতুৰ মানুহ। ধনবৰে কাম পোৱাতো সি বুদ্ধি সন্ধি দি সহায় কৰিছিল। ধনবৰক ওচৰত পালে মণিৰামে নানা কথা উলিয়াই। ......কোন খন ৰেলগাড়ীত কোন দিনা কিমান মানুহ আহিছিল, কোন চৌখিন মানুহে ৰেলৰ পৰা নামি আহি তাৰ দোকানত কি কিনিলে, কোন যাত্ৰীয়ে টিকট নোলোৱাকৈ আহি ইয়াত পলাই সাৰিবলৈ চুচুক চামাক কৰি থাকোতে, ধৰাপৰি কিমান পইছা ভৰণী হ'ল ·· ····· ··ইত্যাদি ধৰণৰ কথাবোৰকে মণিৰামে সুন্দৰ থাচ লগাই ধনবৰৰ আগত কয়। কেতিয়াবা দুয়োতাই তেনেবোৰ কথাতে বৰ ৰস পাই হোঁ, হোঁ কৰি হাঁহি সৰু দোকান ঘৰটো খলক লগাই দিয়ে।

মণিৰামে আজি বহুত দিন ষ্টেচনতে দোকান দি আছে। তাৰ লৰা-তিৰোতা কোনো নাই। তাৰ উপাৰ্জ্জনৰ ধনবোৰেৰে নিজৰ কাঁইটিয়া বপুটি পোহাৰ বাহিৰে আন কিহত খৰচ কৰে, ক'ত থয়, তাক কোনেও নেজানে। কিন্তু তাক সদাই দেখি থকা মানুহৰ বিশ্বাস যে বহুত টকা সি ক'ৰবাত সাঁচি থৈ দিছে। মণিৰামে দিনটো দোকানতে বহি থাকি গধূলী পৰতে সদাই দোকান বন্ধ কৰাতো তাৰ নিয়ম। অৱশ্যে এনে কৰাত তাৰ বহুতো লোকচান হয়, কিন্তু সেইপিনে তাৰ ভ্ৰক্ষেপ নাই। গধূলীতে সি দোকান বন্ধ কৰি কেনিবাদি ওলাই যায় আৰু ৰাতি কেতিয়াবা বহুত পৰত হে ঘুৰি আহে। নিয়মিত ৰূপে নিতৌ কেই চিলিম মান ভাঙ খোৱাতো তাৰ অভ্যাস। কিন্তু

লগ-ভাগ পালে তাৰ নিয়মৰ বান্ধ ঢিলা হৈ ভাঙ খোৱাৰ মাত্ৰাটো বহুত বেচি হৈ উথে।

ধনবৰে মণিৰামৰ স্বভাৱ ভালকৈ জানে। সি মণিৰামক ভালো পাই অথচ ভয় কৰে। মণিৰামৰ লগত পৰি এতিয়া ধনবৰেও ভাঙ খাবলৈ শিকিছে। প্ৰায়েই তাৰ মনলৈ আহে প্ৰথম দিনাখন ভাঙ খোৱাৰ কথা। সেইদিনা সি নিজ ইচ্ছা-মতেই ভাঙ খোৱা নাছিল কিন্তু মণিৰামৰ প্ৰৰোচনাত পৰিহে সি চিলিমত হোপা মাৰিছিল। প্ৰথম দিনা তাৰ গাতো অলপ বেয়া লাগিছিল যদিও তাৰ পাছত আৰু দুই এবাৰ খাই তাৰ বৰ ভাল লাগিল। ভাঙ খালেই সি তাৰ গাতো বৰ পাতল পাতল যেন পাই। এইদৰে মাজে মাজে চখতে খাই থাকোঁতে পাছলৈ ধনবৰৰ সেয়েই এটা অভ্যাসৰ দৰে হৈ পৰিল। এতিয়া সি প্ৰায়েই মণিৰামৰ দোকানত ভাঙ খাবলৈ যায়। মাজে মাজে মণিৰামেও ভাঙ কিনিবৰ কাৰণে ধনবৰৰ পৰা টকা আদাই কৰে। ধনবৰেও হোঁ-হেকো নকৰাকৈ পইছা যিমান খোজে সিমান দি দিয়ে। এইদৰেই লাহে লাহে ধনবৰ মণিৰামৰ মাজত বন্ধুতা ভালকৈ গঢ়ি উঠিল।

এদিন গধূলীপৰত ধনবৰে মণিৰামৰ দোকানতে ভাঙ খাই বহি আছে এনেতে মণিৰামে তাৰ গাত চাপৰ এটা মাৰি কলে—

—"এই ধনবৰ! বল ফুৰি আহোঁগৈ।"

—"ক'ভনো ফুৰিবিগৈ?" ধনবৰে উত্তৰ দিলে—

"বাৰু তই সেই বিষয়ে ভাবিব নেলাগে। মই আছোঁ যেতিয়া তোৰ ভয় কিহৰ। যাবিনে নেযাৱ ক ?"

মণিৰামে ৰবকৈ ধৰাত ধনবৰে তাৰ লগত ফুৰিবলৈ যাবলৈ সন্মত হল। মণিৰামে লৰালৰিকৈ তাৰ দোকান বন্ধ কৰিলে আৰু অলপ পৰৰ পিছতে সিহঁত দুয়ো ষ্টেচনলৈ অহা-যোৱা কৰা বাটৰ ওপৰত উঠিল।

ষ্টেচনৰ পৰা অলপ দূৰ আহিয়েই বাটৰ দাঁতিতে এখন সৰু বজাৰ পোৱা যাই। বজাৰৰ কাষৰে-পাজৰে নানা ৰকমৰ ফাল্টু মানুহৰ বাস। মণিৰামহঁত আহি বজাৰত সোমালেহি আৰু তাতে কিছুপৰ ঘুৰিপকি ওলাই আহি আচল বাট এৰি আন এটা বাটেদি যাবলৈ ধৰিলে। এই বাটেদি অলপদূৰ গৈয়েই সিহঁতে দুশাৰি ওখ ঘৰৰ মাজেদি যোৱা এটা সৰু গলি পালেগৈ। গলিটোৰ মুখ পাই মণিৰামে অলপ থমকি ৰ'ল আৰু তাকে দেখি ধনবৰো ৰ'ল। মণিৰামে ইফালে সিফালে মানুহ চাই কাকো নেদেখি ধনৰবক হাতত ধৰি এন্ধাৰ গলিটোৰ ভিতৰলৈ সুমুৱাই লৈ গ'ল। ধনবৰে ষ্টেচনত বহুত দিন থাকিলেও এদিনো ৰাতি এই ঠাইবোৰত সোমোৱা নাছিল। তাৰ এতিয়া পেতে পেতে বৰ ভয় লাগিল। তথাপি মণিৰামৰ আচল উদ্দেশ্য বুজিবৰ কাৰণে সি তাৰ পাছে পাছে যাবলৈ আপত্তি নকৰিলে। ডাঙৰ ৰাস্তাৰ পৰা প্ৰাই তিনিবেওঁ মান আঁতৰতে গলিটোৰ সোঁফালেদি এটা সৰু খেৰি ঘৰৰ মুখত মণিৰাম আহি থিয় হ'লহি। ধনবৰৰ সন্দেহ বাঢ়িবলৈ ধৰিলে। কিন্তু তেতিয়াও

সি একোকথা সুস্থুধি মনে মনে থাকিল। মণিৰামে ঘৰৰ মুখত থিয় হৈ দুৱাৰত এটা মৃদু শব্দ কৰিলে আৰু লগে লগে দুৱাৰ মেল খালে। দুৱাৰ খুলিলত মণিৰামে ধনবৰক ভিতৰলৈ মাতি লৈ গল। কোঠাটোৰ ভিতৰত একেবাৰে এন্ধাৰ কিন্তু দুৱাৰ খুলি দিয়া দেছুৱালী মানুহটোৰ হাতত এটা সৰু চাকি আছিল। যেতিয়া মণিৰামহঁত সোমাই গল তেতিয়া মানুহটোৱে মণিৰামক সুধিলে—

—"আজি দেখোন বেলি হল ?"

'এঃ ভায়! কাম কিবা এটানে ?" মণিৰামে উত্তৰ দিলে।

মণিৰামৰ উত্তৰ শুনি দেছুৱালীটোৱে হাঁহিবলৈ ধৰিলে। কিন্তু ধনবৰক দেখি সি হাহিবলৈ এৰি প্ৰশ্নসূচক দৃষ্টিৰে মণিৰামলৈ চাবলৈ ধৰিলে। মণিৰামে চকুৰে টিপ্ মাৰি তাক মনে মনে থাকিবলৈ কোৱাত সি অৱশ্যে একো নুসুধিলে।

—"আজি খেল আৰম্ভ হোৱা নাই নে কি ?" মণিৰামে দেছুৱালীটোক সুধিলে!

"কেলেই নহব ; খেল চলিবই লাগিছে।" দেছুৱালীটোৱে উত্তৰ দিলে।

ধনবৰে এইবাৰ বুজি উঠিল যে মণিৰামে তাক জুৱাৰ আড্ডালৈ লৈ আহিছে। সি অলপ ভয় মনেৰে জেপত হাত দি চালে, কিন্তু তাত বেচি পইচা নাছিল। ধনবৰে ভালেই পালে।

দেছুৱালীটোৱে মণিৰামহঁতক বাট দেখুৱাই প্ৰথম

ঘৰটোৰ পৰা আন এটা ঘৰলৈ লৈ গল। এই ঘৰটোৰ ভিতৰত ৰহি চাৰি পচোটা মান মানুহে একান্তমনেৰে জুৱা মাৰিব লাগিছে। মণিৰামহঁত তাহাঁতৰ ওচৰ চাপিলত এটাই কেউতাই এবাৰ মুখ তুলি চালে কিন্তু মণিৰামক দেখি আকৌ মন পুতি খেলাত লাগি যাবলৈ ধৰিলে। এই চেগতে ধনবৰে এবাৰ মনিৰামৰ গাত টান মাৰি অলপ আতঁৰলৈ মাতি নি কলে—

"এ ভায়! মই হলে এইবোৰ খেল নেখেলোঁ।"—

"ধেৎ নেখেলিবি কেলেই; তোৰ পইচা কিমান আছে"? —মণিৰামে সুধিলে।

"নাই পইচা কেইঅনামান হে আছে"। ধনবৰে উত্তৰ দিলে।

"বাৰু নেলাগে দে। হোঁ ময়েই দিছোঁ, তই অলপ পাছতে খেলিবি। ভয় নাই, হাৰ যদি হাৰিবি। মোক বাৰু ঘুৰাই দিব নেলাগে"।

মণিৰামে ধনবৰৰ হাতত কেইটামান টকা দিলে। ধনবৰে মণিৰামৰ এই বদান্যতাৰ একো অৰ্থ নুবুজিলে, তাকো বিশেষতঃ জুৱা খেলত। কিন্তু আপত্তি নকৰি সি টকা কিটা ললে। এইবাৰ ধনবৰ, মণিৰাম দুয়োটা আহি খেলি থকা জুৱাৰী বোৰৰ ওচৰত বহিলহি।

মনত তুমুল সংঘৰ্ষণ আৰু হাৰ জিতৰ মাজেদি ৰাতি বহুত পৰলৈকে খেলা চলিল। ধনবৰ নতুন মানুহ গুনে হুৰাৰতে মণিৰামে দিয়া সকলো খিনি পইছা হেৰুৱালে। মণিৰামে কিন্তু

খেলি খেলি বৰ গবাইত হৈ পৰিছে। যেয়ে সেয়ে তাৰ হুকৰাতো সহজ কথা নহয়। সেই দিনাও মণিৰাম প্ৰথমতে দুই এবাৰ হাৰিছিল যদিও, পাছৰ কেই বাৰ মানতে নিজৰ খিনিৰ উপৰিও আৰু বহুত লাভ কৰিলে। খেলা অন্ত হলত বহুত নিশা সিহঁত ঘৰলৈ উভতি আহিল। সেইদিনা ধনবৰে সন্ধেদ পালে মণিৰামে প্ৰায়েই সন্ধ্যাতে দোকান বন্ধ কৰি থৈ কলৈ যায়।

( ৩ )

প্ৰথম দিনা এৰি আৰু দুই তিনি দিন ধনবৰে মণিৰামৰ লগতে জুৱাৰ আদ্দালৈ গৈছে। কিন্তু সি কেতিয়াবাহে খেলে, বেচিভাগ আনে খেলা চাই বহিহে থাকে। বহি থাকিবলৈ হলেও সি তালৈ গৈ ভাল পাই। কাৰণ তাত থকাখিনি সময়ত মনত যি এক উত্তেজনা হয়, সেই উত্তেজনাতে সি তাৰ মনলৈ ৰতনীৰ বিষয়ে আহি থকা ভাৱ বোৰৰ পৰা অব্যাহতি পাই থাকে। কিন্তু এই অব্যাহতি অতি ক্ষন্তেকীয়া। তাৰ অকলশৰীয়া কোঠাটোত সি আহি সোমালেই সেই ভাৱ বোৰে আহি আকৌ জুমুৰি দি ধৰেহি। এনে অৱস্থাত তাৰ মনলৈ কেতিয়াবা বৰ অৱসাদ আহি পৰে, ৰতনীক পাহৰি থাকিবলৈ কৰা তাৰ নিষ্ফল যত্ন দেখি। কেতিয়াবা আকৌ আন সকলো কথা পাহৰি ৰতনীৰ ওচৰলৈ পুনৰ যাবলৈ তাৰ মন উধাও হৈ উঠে। কিন্তু যেতিয়া তাৰ আগত প্ৰেতৰ দি ধৰা অসংখ্য বাধা বিঘিনী

[illegible]ৰ কথা তাৰ মনলৈ আহে তেতিয়া তাৰ মন আকৌ কোচ খাই যায়। মনৰ অদমনীয় চঞ্চলতা আৰু ব্যৰ্থতাত পৰি সি তেতিয়া পাগলৰ দৰে ৰতনীক শ'াপিবলৈ ধৰে।

"তোমাৰ ৰূপ যৌৱন লৈ আৰু কিমান দিন খেলা কৰিবা ৰতনী !.........যৌৱন ? . ..... সিটো সদাই নেথাকে। আৰু ৰূপ ?... ..হব পাৰে আজি তোমাৰ ৰূপ মুগ্ধ হৈ কিছুমানে তোমাক পূজা কৰিছে কিন্তু বাৰিষাৰ ধল অহা নৈৰ দৰে সংসাৰৰ বাস্তৱতাত পৰি অতি ঘীন লগা জাবৰৰ দৰে যেতিয়া তোমাৰ ৰূপ উটি যাব, তেতিয়া কোনেও তোমাক উভতি নেচাব।"...... ..... ..কিন্তু অলপ পিছতে শান্ত হলে আকৌ ভাবে——"ইকি ?.. ... .মই পাগল হৈছো নেকি ? . .. মই যে ৰতনীক শাও দিছোঁ।.........নহয়, নহয়.........তাইৰ ৰূপ, যৌৱন চিৰকাল একেদৰেই থক। তাইৰ ককাললৈকে বৈ পৰা কিচকিচিয়া ক'লা চুলিতাৰি, তাইৰ মনোমুগ্ধকৰ চঞ্চল চকুজুৰি, সেই শুভ্ৰ, শান্ত মুখখনি বাস্তৱতাৰ ঘৃণনীয় স্পৰ্শত বিকৃত হৈ নুঠক'।——

এইদৰেই মনত ভীষণ অশান্তি লৈ ধনবৰে কেতিয়াবা ভিতৰতে সোমাই থাকে। ফুৰিব চাকিবলৈ তাৰ মন নেযাই। মণিৰামৰ লগত খেলিবলৈ যাবলৈও তাৰ ভাল নেলাগে। কাৰণ সি জুৱাত ধৰিছিল এটা কথা লাভ কৰিবৰ উপাই স্বৰূপেহে। কিন্তু যেতিয়া সেই উপায়ে তাক একো কাম নিদিয়া হল তেতিয়া [illegible]ৰ ওপৰতো তাৰ এটা ঘৃণাৰ ভাৱ আহিল। সি সেই দেখি

পৰাপক্ষত মণিৰামৰ লগত নেযাবলৈ জিদ্ ধৰে। মণিৰামে কিন্তু তাৰ কথালৈ কান নিদি জোৰেৰেই ধনবৰক জুৰাৰ আড্ডালৈ লৈ যায়। সেই দিনাও ধনবৰে চিন্তাৰ সোঁতত গা উটাই দি তাৰ বিছনাতে পৰি আছিল। তেতিয়া এন্ধাৰ হৈছে। তাৰ কোঠাৰ ভিতৰত এটা চাকি জ্বলি আছে আৰু দুৱাৰখনো মেল খাই আছে। এনেতে ধনবৰে মণিৰাম অহা যেন গম পাই, চাকিটো নুমাই দি মূৰে কানে কাপোৰলৈ শুই থাকিল। ভাবিলে মণিৰামে হয়তো এন্ধাৰ-মূধাৰ দেখিলে সি নাই বুলি জানি উলটি যাব। কিন্তু মণিৰাম তাতকৈও টেঙৰ। সি বাটৰ পৰাই ধনবৰৰ কোঠাত চাকি দেখিছিল। এতিয়া হঠাতে তাত এন্ধাৰ দেখি তাৰ সন্দেহ হল। সেইদেখি জুইশলা কাঠি মাৰি সি ভিতৰ সোমাই গল আৰু ধনবৰক শুই থকা দেখি তাৰ টেঙৰামি বুজিব পাৰিলে। মণিৰামে ধনবৰৰ গাৰ কাপোৰ গুছাই দি তাক জোৰ কৰি বহুৱাই দিলে। ধনবৰে তাৰ বুদ্ধিটো নখটা দেখি অলপ লাজ পাই উঠি আহিল।

"শুই যে আছিলি, ফুৰিবলৈ নেযাৱ নেকি ?"—মণিৰামে সুধিলে।

"মই আজি নেযাওঁ পাই, মোৰ গাটো ভাল লগা নাই।"—ধনবৰে উত্তৰ দিলে।

"গা ভাল লগা নাই যদি ফুৰিলে ভাল লাগিব।"

"নহয় গা এতিয়া ভাল পাইছো; এনেয়েহে ফুৰিবলৈ নেযাওঁ।"

"এনেয়ে আকৌ ফুৰিবলৈ নেযাবি কেলেই ? আহ যাওঁ" মণিৰামে ধনবৰক হাতত ধৰি লৈ গৈ বাট পোৱালেগৈ।

ধনবৰে আৰু সাৰিবৰ উপায় নেদেখিলে। সি অনিচ্ছা সত্বেও মণিৰামৰ লগে লগে যাবলৈ ধৰিলে।

সিহঁত গৈ গৈ বজাৰখনৰ ওচৰ পালেগৈ। কিন্তু বজাৰত নোসোমাই সিহঁতে ঘাই ৰাস্তাদিয়েই গৈ আছে। অলপ পিছতে সেই চিনাকী গলিটো। কিন্তু মণিৰামে আজি— গলিটোলৈ সোমাই নগৈ তাৰ বিপৰীতে থকা আন এটা আওহতীয়া বাটেদিহে যাবলৈ আগ বাঢ়িলে। ধনবৰ অলপ আচৰিত হল আৰু বাটতে বৈ মণিৰামক সুধিলে।—

—"কিয় আজি খেলিবলৈ নেযাৱ নে কি ?"—

—"নেযাওঁ,"——

—"তেন্তে সেইপিনে কলৈ যাব খুজিছ।"

—"ওচৰতে এজনী মোৰ বান্ধৱী আছে, তেওঁকে দেখা কৰি আহোঁগৈ"।—

মণিৰামৰ কথা শুনি ধনবৰৰ বৰ সন্দেহ হল। সি মণিৰামৰ লগত এতিয়া যাবনে নেযাব ভাবি বৈ থাকিল। যাওঁ নেযাওঁ কৰি ধনবৰ বৈ থকা দেখি মণিৰামে আকৌ কলে—

—"তয়ো যাবি আহ ; তোক তেওঁ মাতিয়েই পঠিয়াইছে।"

"মোক মাতি পঠিয়াইছে ?" ধনবৰে আচৰিত হৈ সুধিলে।

"আচৰিত হব নেলাগে। মোৰ মুখে তোৰ কথা শুনি তোক এবাৰ চাবলৈ তেওঁ ইচ্ছা কৰিছে। তই নাহ বুলি [illegible]

বিষয়ে তোক ঘৰতে কবলৈ মহল।…………যদি যাবলৈ বেয়া পাইছ উভতি যা"।

মণিৰামে এখোজ দুখোজ কৰি আকৌ যাবলৈ ধৰিলে। তাৰ কথা শুনি ধনবৰ অবাক হল। এজনী অচিনাকী মানুহে তাক চাবলৈ ইচ্ছা প্ৰকাশ কৰিছে বুলি শুনি ধনবৰৰ মনতো এক অদমনীয় উৎসুক্য জাগি উঠিল। আৰু শেষত, সেই উৎসুক্যক বাধা দিব নোৱাৰি সিও নিঃশব্দে মণিৰামৰ পিছে পিছে যাবলৈ ধৰিলে।

অলপ পৰৰ পিছতে সিহঁতে গৈ এটা সৰু ঘৰৰ সন্মুখত থিয় হল গৈ। ৰাতিৰ আন্ধাৰত ধনবৰে আগতে ঠাই ডোখৰ চিনিব পৰা নাছিল। কিন্তু এতিয়া ঘৰটোৰ আগত থিয় দি সকলো বুজি উঠিল। তাৰ গা এটা অজান কাৰণত সেই সময়ত শীয়ঁৰি উঠিল। তথাপি সি ক্ষন্তেকতে কিবা এটা মনস্থ কৰি, আন্ধাৰতে মণিৰামৰ গাত হাত দি কলে—

—"মণিৰাম! এই ঘৰটোত যে ভাল স্বভাৱৰ মানুহ নেথাকে।"

ধনবৰৰ কথা শুনি মণিৰামে, তালৈ টানকৈ চাই কিবা এটা কব খুজিছিল কিন্তু ধনবৰে তাক কবলৈ সময় নিদি আগতে কৈ পেলালে——

"ময়ো যাম মণিৰাম।"

মণিৰামে একো উত্তৰ নিদিলে। সিহঁত দুয়ো গৈ ঘৰটোৰ ভিতৰ পালেগৈ। এজনী ১৮।১৯ বছৰীয়া ধুনিয়া ছোৱালীয়ে

আহি ৰৱ ভদ্ৰতাৰে সিহঁতক বহিবলৈ দিলে। ধনবৰৰ গাত জুই উঠিল। লাজ আৰু ঘৃণাত সি তললৈ মুখ কৰি বহি থাকিল। এই ঘৰটোৰ আগেদিয়েই সি কত দিন অহাযোৱা কৰিছে কিন্তু ঘৃণাভৰে এই ঘৰটোৰ ওপৰত এবাৰো সি কতাক্ষপাত পৰ্য্যন্ত কৰা নাই। ইমান ঘৃণনীয় এই ঘৰটো। আজি যে সি এই ঘৰটোৰ ভিতৰতে বহি আছে তাক জানো কেতিয়াবা মিছা প্ৰতিপন্ন কৰিব পাৰিব? তাকো আকৌ আহিছে সি স্বইচ্ছাই।

—"আজি দেখোন বহুত দিনৰ মূৰত ওলালেহি? মই আকৌ আমালৈ একেবাৰে পাহৰিলেই বুলিহে ভাবিছিলোঁ।"—ছোৱালীজনীয়ে হাঁহি মাৰি কলে। কিন্তু মণিৰামৰ উত্তৰলৈ অপেক্ষা নকৰি তাই ধনবৰলৈ চাই আকৌ সুধিলে——

"এওঁ কোন?"

তাইৰ কোমল মৰম সনা মাত শুনি ধনবৰ চক্ খাই উঠিল। সি ওপৰলৈ মুখ তুলি চাই দেখিলে যে ছোৱালীজনীয়ে তাইৰ সুন্দৰ চাৱনীৰে তাৰ মুখলৈকে একেৰাহে চাই আছে। প্ৰস্ফুটিত যৌৱনত তাইৰ মুখ, চকু, স্বাভাৱিক প্ৰেমিকতাৰ এক অভিনৱ আবেশেৰে ভৰা। সি অনুভৱ কৰিলে যেন তাই সেই দৃষ্টিৰ দ্বাৰা তাৰ হৃদয়ৰ তন্ত্ৰীডালত ঘনে ঘনে আঘাট কৰিব লাগিছে।

—"মই যে তোমাক কৈছিলোঁ এওঁৰ নামেই ধনবৰ; মোৰ বন্ধু"—মণিৰামে উত্তৰ দিলে।

"অ' তেন্তে আপুনি ষ্টেচনতে কাম কৰে নহয়নে?" ছোৱালীজনীয়ে সঙ্কোচবিহীন ভাবে ধনবৰক সুধিলে।

"হয়"—ধনবৰে উত্তৰ দিলে।

বোধ হয় তাৰ অজ্ঞাতসাৰেই তাৰ মুখৰ পৰা এই কথাষাৰ ওলাই পৰিল। নহলে তাৰ মাতৰ অস্বাভাবিকতাত সি নিজেই কিয় আচৰিত হব।........ধনবৰৰ উত্তৰ শুনি ছোৱালী-জনীয়ে হাঁহি হাঁহি ভিতৰলৈ সোমাই গল তামোল কাটি আনিবলৈ বুলি।

তাই আঁতৰি গলত ধনবৰে কোঠাটোৰ চাৰিউফালে এবাৰ চকুফুৰাই চাবলৈ স্থবিধা পালে। ঘৰটোৰ কোঠা দুটা। এটাত এতিয়া ধনবৰহঁত বহি আছে। আনটোৰ দুৱাৰত পৰ্দ্দা থকাৰ কাৰণে তাত কি আছে বুজা টান। বাহিৰৰ কোঠাটো দুখীয়াভাৱে হলেও বেচ পৰিপাটিকৈ সজোঁৱা। তাৰে এচুকত এখন বিছনা; সুন্দৰ ভাবে পৰা আছে। ঘৰটোৰ ভিতৰখন পৰিষ্কাৰ পৰিচ্ছন্ন। সকলোতে ভদ্ৰতাৰ আভাষ। অলপ পৰৰ পিছত হাতত তামোল লৈ ছোৱালীজনী ওলাই আহিল। কিমান গহীন, গম্ভীৰ তাইৰ খোজ কাটল বোৰ। তাইৰ কাপোৰ কানি অতি সাধাৰণ কিন্তু তাকেই বেচ পৰিষ্কাৰ কৈ তাই ধুনীয়াকৈ পিন্ধিছে। তাৰোপৰি কথা বতৰাত তাই কিমান ভদ্ৰ। কিন্তু এই সকলোবোৰৰ উপৰিও তাইৰ দীনতা, হীনতা ভালকৈ প্ৰকাশ পাইছিল। তাইৰ আচৰণ ভদ্ৰ হলেও, তাই যে অতি হীন, আৰু তাই থকা ঘৰখন যে অতি ঘৃণনীয় তাক জানো কোনোবাই মুই কৰিব।

মণিৰামহঁতে তামোল খালে আৰু ছোৱলীজনীৰ লগত

...ন্দিন সংসাৰৰ বিষয়ে দুই চাৰিটা কথা পাতি যাবলৈ উঠিল। সিহঁত আহি ঘৰটোৰ দুৱাৰদলি পাৰ হৈছে, এনেতে ছোৱালী জনীয়ে পাছৰ পৰা কলে—

"মাজে সময়ে এইফালে আহিঁবচোন"—

ধনবৰে বুজিলে যে তাই তাঁক লক্ষ কৰিয়েই সেইষাৰ কথা কৈছে। মণিৰামেও বুজিলে যে তাই ধনবৰকেই মাতিছে। কিন্তু সিহঁত কোনোটোৱেই একো উত্তৰ নিদি গুছি আহিল। বাটত ধনবৰৰ প্ৰবল ইচ্ছা হল যে ছোৱালীজনীৰ বিষয়ে সকলো আঁতিগুৰি মণিৰামক সুধি লয়। পিছে মণিৰামে তাক ভুল বুজে, এনে ভাবি তাৰ সুধিবলৈ সাহ নহল। দুয়ো মনে মনে গৈ আছে। এনেতে মণিৰামে নিস্তব্ধতা ভঙ্গ কৰি ধনবৰক কলে—

"বকুলীজনীৰ কথাবোৰ বৰ ভাল লাগে নহয়নে বাৰু?"—

"তাইৰ নাম বকুলী নেকি?" ধনবৰে ঘপৰাই সুধিলে।

"তই আৰু তাকো নেজাননে।" মণিৰামে কলে।

ধনবৰে একো উত্তৰ নিদি মনে মনে থাকিল। বাটত আৰু কথা একো নোলাল। আৰু অলপ পৰৰ পিছতে ষ্টেচন পাই সিহঁত দুয়ো নিজৰ নিজৰ থকা ঠাইলৈ গুছি গল।

বকুলীৰ ঘৰৰ পৰা অহাৰ পাছত তাইৰ বিষয়ে ধনবৰৰ মনত নানা কথাই ঠাই ললেহি। সি ভাবিবলৈ ধৰিলে কিয় তাই সদুপায়ে জীৱন যাপন কৰিবৰ যথেষ্ট পথ থকাতো, এই হেয় কলঙ্কময় পথৰ পথিক হল? কিহৰ কাৰণে তাই এনে ঘৃণনীয়

ভাৱে সংসাৰত থাকিবলৈ লৈছে ? তাই স্বইচ্ছাতেই এই পথ অৱলম্বন কৰিলেনে, নাই, আন সকলো পথ ৰুদ্ধ দেখি তাই বাধ্য হৈহে এনে দোৰ্ঘোৰ পাপত লিপ্ত হৈছে। ধনবৰে যিমানেই ভাবিবলৈ ধৰিলে সিমানেই তাৰ এই কথাবোৰ দুৰ্ব্বোধ্য যেন লাগিল।

কিএটা কথা কব নোৱাৰি, আগেয়ে বকুলীৰ ওপৰত ধনবৰৰ যি এটা ঘৃণাৰ ভাৱ আছিল তাইক সি দেখাৰ পাছৰে পৰা সেই ভাৱৰ ঠাইত তাৰ মনত তাইৰ প্ৰতি কৰুণাৰ উদ্ৰেক হল। আৰু এতিয়া কৰুণা বশতেই হওক বা আন কাৰণতেই হওক সি মনস্থ কৰিলে যে সি বকুলীৰ ওচৰলৈ আৰু এবাৰ যাব আৰু পাৰে যদি তাইৰ অধোগতিৰ আচল কাৰণটো জানিবৰ চেষ্টা কৰিব। এই-বোৰ কথা বুজ লবৰ তাৰ আচলতে অধিকাৰ বা দৰকাৰ আছেনে নাই, তাক সি ভাবি নেচালে। কিন্তু তাৰ অৰ্থহীন উৎসুক্যৰ মন যোগাবলৈ সি ব্যগ্ৰ হৈ পৰিল। কিন্তু এতিয়া তাইৰ ঘৰলৈ যাব সি কাৰ লগত ?.........মণিৰামৰ লগত ?.........মণিৰামে হয়তো তাৰ আচল উদ্দেশ্য বুজিব নোৱাৰি ভাবি লব যে সিও তাৰ পথৰ পথিক হবলৈ বিছাৰিছে। কিন্তু পৃথিবীৰ সকলোবোৰৰ কথা এৰি মণিৰামৰ মনত অন্ততঃ এনে ভাব হবলৈ সি যে কেতিয়াও এৰি দিব নোৱাৰে। মণিৰামে যে এতিয়াও তাক বৰ শ্ৰদ্ধাৰ চকুৰে চাই।.........তেন্তে উপায় কি ? ধনবৰে ঠিক কৰিলে যে কি অকলৈ যাব। কথাষাৰ ভাবিলতে তাৰ মনত অলপ ভয় লাগিল। কিন্তু সি যে যাবই লাগিব।

প্ৰথম বকুলীৰ ঘৰলৈ যোৱাৰ তিনদিন মানৰ পাছত ধনবৰে তাইৰ ঘৰলৈ পুনৰ যোৱাৰ বিষয়ে এনেবোৰ কথাকেই ভাবি তাৰ কোঠাতে সোমাই বহি আছে। এনেতে মণিৰাম আহিল। মণিৰামক অহা দেখি ধনবৰৰ গাটো কিবা এটা অজ্ঞাত কাৰণতেই জিম্‌জিমাই উঠিল। মণিৰামে তাৰ ওচৰলৈ আগেয়েও অহাযোৱা কৰে কিন্তু আজিৰ অহাত যেন এটা বিশেষত্ব আছে।........ . ধনবৰে তাৰ বিশৃঙ্খল বিছনাতে মণিৰামক বহিবলৈ দি সুধিলে—

"ফুৰিবলৈ যাবলৈকে আহিলি নেকি মণিৰাম ?"

"তয়ো যাৱ যদি যাব পাৰো"—

"তই অকলৈ যা মণিৰাম ! মোৰ আজি ওলাবৰে মন যোৱা নাই"—ধনবৰে কলে।

"থাক তেন্তে ময়ো নেযাওঁ ; গাটো আজি মোৰো ভাল লগা নাই"—মণিৰামে উত্তৰ দিলে।

মণিৰামে বিছনালৈ ভৰি তুলি ভালকৈ বহি ললে। ধনবৰে তাৰ কথা শুনি ভালেই পালে। সি আগতে ভাবিছিল যে মণিৰামে হয়তো বকুলীৰ ঘৰলৈ যাবৰ কাৰণে তাক লগ ধৰিবলৈ আহিছে। আৰু তাকে ভাবি মনতে অলপ ভয়ো খাইছিল। কাৰণ মণিৰামৰ লগত বকুলীৰ ঘৰলৈ গলে তাৰ আচল উদ্দেশ্য সাধন নহয়। সেইদেখি মণিৰামে যেতিয়া ফুৰিবলৈ নেযাওঁ বুলি কলে, তেতিয়া ধনবৰে ভালেই পালে। তথাপিও মণিৰামে ভালকৈ বহি লোৱাত, সি বেচিপৰ কথাপাতি

থাকিবৰ সম্ভাৱনা দেখি ধনবৰে মনত বৰ সন্তোষ নেপালে। বকুলীৰ ঘৰলৈ যোৱাত তাৰ অসুবিধা হব বুলি ভাবি। অবশ্যে তেতিয়াও গধূলী হোৱাই নাছিল।

মণিৰামে বহিলৈ ধনবৰৰ আগত নতুন নতুন গল্প উলিয়াবলৈ ধৰিলে। ধনবৰে কিন্তু মুখেৰে একো নকলেও মণিৰামৰ কথাত আওকনীয়া হৈ দেখুৱালে। মণিৰামে কিছুপৰ তলক কৰি বুজিলে যে ধনবৰে তাৰ কথাত সমূলি ৰস পোৱা নাই আৰু সি থকাত আমনি পোৱা যেনো দেখুৱাইছে। অবস্থা বুজি মণিৰামে আৰু তাত বৈ নেথাকিল। সি দোকানত কাম আছে বুলি কৈ তাৰ পৰা উঠি গুছি গল।

মণিৰাম ঘৰলৈ যোৱাত ধনবৰে ৰক্ষা পালে। সি বাহিৰলৈ এবাৰ ভুমুকিয়াই চালে। ৰাতি তেতিয়াও বৰ বেচি হোৱা নাই। বকুলীৰ ঘৰলৈ যাবলৈ তেতিয়াও সময় গুছি অসময়ৰ ঘৰত পৰা নাই। ধনবৰ যাবলৈ সাজু হল। বাহিৰত বেচ এন্ধাৰ হৈছে। ওপৰত তৰাবচা নিৰ্ম্মল আকাশ। আকাশত তেতিয়াও জোন উঠা নাই। কোটি কোটি তৰাবোৰে লগলাগি পৃথিবীৰ এন্ধাৰ নাশিবলৈ কৰা চেষ্টা যেন বৃথা হৈ গৈছে।

বাহিৰ ওলাই ধনবৰৰ মনটো কেনেবা কেনেবা যেন লাগিল। সি জীৱনত কেতিয়াও অকলৈ এনে কামত ওলাই নেপাইছিল। আজি উদ্দেশ্য সৎহলেও এন্ধাৰতে এটা অজান কাৰণত তাৰ গাটো জিকাৰখাই উঠিল। কিন্তু এবাৰ ওলাই আহি পিছ পৰি

থকা তাৰ অভ্যাস নহয়। আন্ধাৰৰ আঁৰে আঁৰে সি তাৰ গন্তব্য স্থানলৈ আগ বাঢ়িল।

ধনবৰ গৈ বকুলীৰ ঘৰৰ দুৱাৰ মুখত থিয় হলগৈ। দুৱাৰ খন মেলা হৈয়েই আছিল। দুৱাৰৰ পোনে পোনে ভিতৰত বকুলীয়ে নিজৰ সাজোন কাচোনত ব্যস্ত। কোঠাটোৰ এদাতিয়ে থকা কিছুনাখনৰ কাষতে এখন বহল, দীঘল দাপোন আৰু তাৰ ওচৰতে সুৰুচিসম্পন্ন, সৌৰভেৰে ভৰপূৰ সৌন্দৰ্য্যৰ প্ৰসাধন বোৰ নিয়াৰিকৈ যতনাই থোৱা আছে। এই দাপোনখনৰ আগতে বকুলীয়ে থিয় হৈ আপোন মনে মূৰ মেল্আবলৈ ধৰিছে। তাইৰ ভৰিৰ পৰা মূৰলৈকে গোটেই জনী মানুহ দাপোন খনত সুন্দৰৰূপে জিলিকি পৰিছে। মাজে মাজে কেতিয়াবা তাই একোবাৰ মনোমোহা ভঙ্গিৰে সৈতে ডিঙি ঘূৰাই পিছ ফালৰ পৰা তাইক দেখিবলৈ কেনে হৈছে চাইছে। আবেশত, আভৰণত, ৰূপত তাই ইমান ধুনীয়াহৈ পৰিছে। তাইৰ প্ৰতি অঙ্গতে যেন বাসনাৰ প্ৰবল অনলশিখা জিলিকি উঠিছে। তাই ব্যৱহাৰ কৰা প্ৰসাধন দ্ৰব্যৰ সুগন্ধত গোটেই কোঠাটো আমোল-মোলাব লাগিছে।

দুৱাৰ মুখত থিয় হলতে ধনবৰৰ চকু বকুলীৰ ওপৰত পৰিল। তাইক দেখি-সি আচৰিত হল। যি বকুলীয়ে তাৰ পৰা চেনেহ আকৰ্ষণ কৰিছিল, তাই যে চকুৰ আগত থকা বকুলীৰ সম্পূৰ্ণ বিপৰীত। কিন্তু বকুলী এজনীহে?......বোধহয় ধনবৰৰ কল্পনাত তাইৰ মূৰ্ত্তিটো চৰিত্ৰবলত অতি উচ্চ হৈ পৰিছিল কিন্তু

বাস্তৱ ৰাজ্যত তাই একেদৰেই থাকিল।............ বকুলীৰ ৰূপসজ্জাৰ অভিনৱ প্ৰচেষ্টা দেখি ধনবৰৰ গা কঁপি উঠিল। তাৰ শৰীৰৰ সকলো শক্তিৰে জোৰ দি অন্তৰতে কোনোবাই যেন কৈ উঠিল যে বকুলী চৰিত্ৰহীনা। তাই হেয়, ঘৃণনীয়, পৰিত্যজ্য। সৎস্বভাৱৰ মানুহৰ চেনেহৰ তাই অনুপযুক্ত পাত্ৰী। ধনবৰক যেন তাৰ অন্তৰ্নিহীত কিবা এটা শক্তিয়ে সেই মূহুৰ্ত্ততে তাৰ পৰা আঁতৰাই লৈ যাবলৈ বিছাৰিলে। কিন্তু ধনবৰ নগল। সি এটা নিশ্চল পুতলাৰ দৰে তাতে ৰৈ থাকিল।

বকুলীয়ে ধনবৰক দুৱাৰমুখতে ৰৈ থকা দেখিলে। তাই মূৰ মেলাবলৈ এৰি সেইখিনিৰে পৰা ধনবৰলৈ ঘুৰি চাই হাঁহি মাৰি কলে।

—"সোমাই আহাঁ ধনবৰ!"—

ধনবৰে যন্ত্ৰচালিতৰ দৰেই ভিতৰলৈ সোমাই আহিল আৰু বকুলীৰ ইঙ্গিত মতে কোঠাৰ এচুকত থকা এখন চকীত বহি পৰিল। সেই সময়ত তাৰ অনুভৱৰ শক্তি লোপ পোৱা যেন হল। সি কলৈ গৈছে, কি কৰিছে একোকে কব নোৱাৰা অৱস্থাত। যেতিয়া সি অলপ প্ৰকৃতিস্থ হল তেতিয়া সি মাথোন দেখিবলৈ পালে যে সি লোকৰ ঘৰ এটাৰ ভিতৰত বহি আছে আৰু তাৰ সন্মুখতে বকুলীয়ে তালৈকে চাই থাকি থিয় হৈ আছে। তাৰ গাত আকৌ এবাৰ প্ৰবল কপঁনি উঠিল। তাৰ ইচ্ছা হল যেন সি সেইঠাইৰ পৰা লৰি পলাব। কিন্তু সেই সময়ত তাৰ ইচ্ছাশক্তিটোকো যেন কোনোবাই এডাল ছিঙি-

নোৱাৰা শিকলীৰে বান্ধি ৰাখিলে। নিজৰ ইচ্ছা অনুসৰি কাম কৰিবলৈকো ধনবৰ অপাৰগ হল। সি বান্ধোনত থকাৰ দৰে চকীখনতেই বহি থাকিল।

"মণিৰাম অহা নাই নে কি ধনবৰ" ?—বকুলীয়ে কোমল মাতেৰে সুধিলে।

ধনবৰে কোনো উত্তৰ নিদিলে। সি মাথোন বকুলীৰ মুখলৈকে ভেলেঙা লাগি চাই থাকিল। বকুলীৰ মুখতে লাগি থকা কৃতিম হাঁহিৰ মাজেদি যেন সি তাইৰ অন্তৰ দাহি নিয়া বিষাদৰ কালিমাৰাশি দেখিবলৈ পালে। তাৰ অন্তৰত বৰ দুখ লাগিল। তাৰ চকু চল্‌চলীয়া হল—--

"তুমি কিয় এই পথৰ পথিক হলা বকুলী।" ধনবৰে হঠাতে তাইক সুধিলে।

ধনবৰৰ পৰা অস্বাভাৱিক প্ৰশ্ন এটা শুনি বকুলী চ'ক্ খাই উঠিল। লোকচক্ষুৰ অন্তৰালত তাইৰ ঘৰলৈ ডাঙৰ, সৰু কত ধৰণৰ মানুহ আহে, যাই, কিন্তু কোনেও ভুলতো তাইক এনে প্ৰশ্ন নোসোধে। সকলোৱেই মাথোন তাইৰ সন্মুখতে তাই ৰূপ বখানি, ক্ষন্তেকৰ কাৰণে কৃত্ৰিম ভাৱে হলেও সিহঁতৰ হিয়া খুলি দি, তাইৰ মন যোগাবলৈ নিস্ফল ভাবে নহলেও মিছা চেষ্টা কৰি, সিহঁতৰ কুস্বাৰ্থ পূৰণ কৰি গুছি যায়। কোনোৱেই তাইৰ বৰ্ত্তমান চলিত জীৱনৰ আৰঁত থকা কাহিনীৰ কথা নোসোধে——কলেও শুনিবলৈ ইচ্ছা প্ৰকাশ নকৰে। বৰ্ত্তমানৰ কৰ্ম্মকে লৈয়েই সমাজে তাইক নীতিৰ তুলা চালনীত

জুখি চাই, কিন্তু বৰ্ত্তমানৰ জন্মদাতা ভূতৰ বিষয়ে জানিবলৈ কাৰো অনুৎসন্ধা নাই। সেই দেখিয়েই ছুদিনৰ চিনাকী ধনবৰৰ মুখত এনে প্ৰশ্ন শুনি তাই আচৰিত হল। আৰু সেই কাৰণেই তাৰ ওপৰত তাইৰ হঠাৎ এটা আপোন ভাৱ আহি গল। ............তাই হঠাতে ধনবৰৰ প্ৰশ্নৰ একো উত্তৰ দিব নোৱাৰি নিঃশব্দে থিয় হৈ বৈ থাকিল। সেই মূহুৰ্ত্তত তাইৰ জীৱনৰ পাহৰণ কালৰ সকলো ঘটনা সোৱঁৰণ হল। ক্ষন্তেকৰ কাৰণে ঘৃণাৰ ভাৱত তাইৰ মুখ খন বিকৃত হৈ উঠিল। কিন্তু পিছ মূহুৰ্ত্ততে সেই ভাৱ আঁতৰি গই তাইৰ ওঁঠত হাঁহি বিৰিঙি উঠিল। তাই গই ধনবৰ বহিথকা চকী খনৰ এদাতিয়ে, তাইৰ ধুনীয়া পোছাকলৈও লক্ষ নাৰাখি মাটিতে বহি লৈ কলে—–—

"ধনবৰ তুমি সুধিছা কিয় মই এই পথৰ পথিক হলো? ............তুমি বোধ হয় ভাবিছা যে মই স্বইচ্ছাতেই এনে পথ অবলম্বন কৰিলোঁ। কিন্তু নহয়। মানুহে, তোমালোকৰ সমাজে, মোৰ জীৱনৰ সকলো পথ ৰুদ্ধ কৰি থৈ জোৰ কৰি এই বাটতে নমাই দিছে। মই শক্তিহীন, উপাইহীন।............ যেতিয়া সৰ্ব্বশক্তিমন্ত সমাজে অবলা নাৰীক, তাইৰ অশুভ মুহুৰ্ত্তৰ, এটা ক্ষুদ্ৰ অপৰাধৰ কাৰণে দণ্ডবিহি নিৰ্য্যাতন কৰিবলৈ ধৰে তেতিয়া সেই শক্তিৰ সম্মুখীন হৈ নাৰীক উদ্ধাৰ কৰিব পৰা দ্বিতীয় শক্তি কিবা আছে বুলি নেজানো। সি যি কি নহওক এতিয়া সেই বিষয়ে একো নকওঁ। কাৰণ কলেও একো লাভ নাই। তুমি মোৰ জীৱনৰ কাহিনী শুনিব খুজিছা

তাকেই শুনা। .. . ... .....মই আছিলোঁ গাৱঁলীয়া ছোৱালী। .......... পিতাই বৰ দুখীয়া আছিল। বছৰ দিনৰ মূৰতো খাজনাকে শোধাব পৰা নাছিল। পাছলৈ আমাৰ অৱস্থা আৰু বেয়া হল। মৌজাদাৰে খাজনাৰ বাবদ ক্ৰোক দি লাম্‌লাকুতি যি আছিল সকলো আনিলে। ভাই এটা আছিল কিন্তু সি দুখ খাবলৈ নেথাকিলে। ঈশ্বৰে তাক লৈ গল। বাকী ৰলোঁ মাথোন পিতাই মই আৰু আই।... . ...ভাইটো মৰা বাৰেই খেতিৰ বতৰত পিতাই বেমাৰ পৰিল। আমাৰ যি অলপ মাটি আছিল তাৰো খেতি নহল। ফলত সেই বছৰ আমি কোনোমতে মাগিখুজি খাই থাকিবলৈ ধৰিলোঁ। কিন্তু ঘূৰিবাৰ খাজনাৰ বাবদ মৌজাদাৰে আকৌ তাগাদা কৰিবলৈ ধৰিলে। আৰু শেষত সোনকালে খাজনা আদায় নকৰিলে, ঘৰে মাটিয়ে লিলামত পঠিয়াব বুলি পিতাইক ভয় দেখুৱালে। সেই সময়ত আইৰ ভয়ানক জ্বৰ। দেৱাই পানীৰে চিকিৎসাৰ অভাৱত সেই জ্বৰ বেচি হবলৈ ধৰিলে আৰু পাছলৈ ভ্ৰম বকিবলৈ ধৰিলেগৈ। কিন্তু তেনে অৱস্থাতো মৌজাদাৰৰ হুমকী পাই পিতায়ে আইক এৰিথৈ মৌজাদাৰৰ ওচৰলৈ আহিল; কোনোমতে তেওঁকে ধৰি মেলি মাটি ভেটিটো ৰাখিবৰ কাৰণে। পিছে মৌজাদাৰ সৈমান নহল। কিন্তু মোক তেওঁৰ ঘৰত বান্দী হিছাবে থলে অৱশ্যে তেওঁ আমাৰ দুখৰ কথা ভাবি চাব বুলি কলে। পিতায়ে একো নকৈ বেজাৰ মনেৰে ঘৰলৈ উলটি আহিল। ইকালে আইৰ অৱস্থা আৰু

বেয়ালৈহে গল। আৰু পিতাই জিলাৰ পৰা ঘুৰি অহাৰ দুদিনৰ পিছতে আই সিফলীয়া হল”——

বকুলীৰ কথা শুনি ধনবৰু জিকাৰ খাই উঠিল। তাৰ মনত পৰিল প্ৰথম মনপুৰ আতৈৰ ঘৰলৈ যাওঁতে বাটত লগপোৱা মানুহটোৰ কথা। বকুলীয়েও তাক লক্ষ নকৰাকৈ নেথাকিল। কিন্তু ধনবৰে আগৰ দৰে নিৰ্ব্বাক নিস্পন্দ ভাবেই কথা শুনিবলৈ ধৰিলে। বকুলীয়ে আকৌ আৰম্ভ কৰিলে--

—“আই মৰাৰ এসপ্তাহৰ পিছতে মৌজাদাৰে মানুহ পঠিয়াই মোক এই জিলাতে তেওঁৰ ঘৰলৈ লৈ আহিল পিতায়ে একো হকাবধা নকৰিলে। ইয়াৰ পিছতে আমাৰ ঘৰ ভাগি-চিগি গল। পিতাইৰ থকা খোৱাৰ থানথিত নোহোৱা হল। মাজে মাজে মাথোন মোক মৌজাদাৰৰ ঘৰতে চাই আহিছিল গৈ। কিন্তু আমাৰ ইমান বিপত্তিৰ পিছটো বিপদৰ অন্ত নহল। ইবাৰ আহিল মোৰ পাল।............মৌজাদাৰৰ এজন ডেকা পুতেক আছিল; আৰুময়ো লাহে লাহে ডাঙৰ হলোঁ। .......... কিনো কম ধনবৰ! হৰিণৰ মঙহৰ দৰে মোৰ ৰূপেই কাল হল।...........মোৰ সৰ্ব্বনাশ ঘটিল। ...........
. ..যেতিয়া সকলো ওলাই পৰিল, তেতিয়া মৌজাদাৰৰ ঘৰত জুই জ্বলি উঠিল। সকলোৱে মোকেই অভিসম্পাত কৰিলে। আৰু শেষত এটা ঘিন-লগা জীৱৰ দৰে মোক ঘৰৰ পৰা বাহিৰ কৰি দিলে। ..... .....বেচি দিনৰ কথা নহয় ধনবৰ! মাথোন বছেৰেকৰ আগৰ ঘটনা............মই আশ্ৰয়হীন হলোঁ।

য'লৈকে গলোঁ। সকলোৱেই মাথোন মোক ছেই ছেই কৰিলে। কাৰো পৰা মই এষাৰ সহানুভূতিৰ মাত নেপালোঁ। কিন্তু বেচি ভাগেই মোৰ বিপদৰ সুবিধা লবলৈ তৎপৰ হল। ... নিৰুপায় অৱস্থাত পৰি মই এই ঘৰতে থকা এগৰাকী বুঢীৰ আশ্রয় ললোঁ। কেনেকৈ আছি এইখিনি পালোঁহি তাকো কব নোৱাৰোঁ। .. ........বুঢীয়ে মোক আশ্রয় দিলে, কিন্তু সেই আশ্রয়ৰ বিনিময়ত মই সকলো বিসৰ্জ্জন দিব লগীয়া হল। .. আজি কিছুদিনৰ আগতে বুঢী মৰিল"।

"আৰু তোমাৰ পিতাৰ ?"—ধনবৰে সুধিলে।

"পিতাই ?"—বকুলীয়ে উত্তৰ দিলে, "শুনিবলৈ পাইছিলোঁ। যে পিতায়ে হেনো পাছত মোক বিচাৰি মৌজাদাৰৰ ঘৰলৈ গৈছিল। কিন্তু তাত পিতাইক কোনো কথা নকৈ মাৰকিল কৰি খেদি দিলে। পাছত অৱশ্যে পিতায়ে মোৰ অধোগতিৰ কথা জানিব পাৰিলে। আনকি মোৰ সৰ্ব্বনাশৰ মূল কোন তাকো জানিলে।........ ..পিতায়ে মনত আঘাতৰ উপৰি আঘাত পালে .. . .... . বুজিছাঁ ধনবৰ। মানুহ ক্ষুদ্ৰ হলেও যেতিয়া তাৰ আত্মসম্মানত আঘাত লাগে, তেতিয়া আঘাত-কাৰীক যথোচিত শাস্তি দিবৰ কাৰণে তাৰ মন বিদ্ৰোহী হৈ উঠে। আৰু যেতিয়া নিজে দুৰ্ব্বল গুণে সেই আঘাতকাৰীক শাস্তি দিবলৈ অসমৰ্থ হয়, তেতিয়া আন এটা ডাঙৰ শক্তিৰ ওচৰত সি সম্যক বিচাৰ প্ৰাৰ্থী হয়। কিন্তু তাতো বিফল হলে মানুহৰ ক্ষুদ্ৰ মন পাগল হৈ যায়।............পিতায়ে

অপমানৰ প্ৰতিশোধ লব নোৱাৰি আপোন প্ৰাণ বিসৰ্জ্জন দিলে।”

কথা অন্ত হলত বকুলীয়ে চকুপানী মচি থিয় হল। ধনবৰে তেতিয়াও নিমাত হৈ চকীতে বহি আছিল। বকুলীয়ে ধনবৰলৈ চালে, দেখিলে যে তাৰ চকুৰেদি দুধাৰি চকুপানী বাগৰি গৈছে।

“তুমি কান্দিছা ধনবৰ?”—বকুলীয়ে কলে। ধনবৰে কোনো উত্তৰ নিদি থিয় হল আৰু বকুলীৰ মুখলৈ ক্ষন্তেক চাই থাকি কলে—

“মই যাওঁ বকুলী।.......আকৌ কেতিয়াবা পাছত আহিম—”

বকুলীয়ে একো কবলৈ নৌ পাওঁতেই ধনবৰ ঘৰটোৰ বাহিৰ হৈ আহিল। আকাশত জোন উঠাত সেই সময়ত বাহিৰত ফৰিংফুটা জোনাক আৰু সেই দেখি ৰাতি বহুত হোৱাতো ধনবৰে ঘৰলৈ অহাত একো অসুবিধা বোধ নকৰিলে।

পিছদিনা ৰাতিপুৱা ধনবৰে আনকালৰ দৰেই কামলৈ গল। কিন্তু কামত তাৰ আঁজি কোনোপধ্যেই মন বহা নাই। আগদিনা ৰাতি তাৰ ভালকৈ টোপনি নোহোৱাত সি গাটোও অলপ দুৰ্ব্বল যেন অনুভৱ কৰিলে।

সেই দিনাখনেই সি ষ্টেচনতে তাৰ পুৰণা বন্ধু ভেবেলক পাই তাৰ পৰা ৰতনীৰ দুৰ্গতিৰ বিষয়ে সকলো শুনিবলৈ পালে। কেনেকৈ সিহঁতৰ ঘৰমাটি ধনধাৰে দিয়া মহাজনৰ হস্তগত হল আৰু এতিয়া কিদৰে অসীম কষ্টত কোনোমতে সিহঁতে দিন

নিয়াইছে ; এই সকলোবোৰ ধনবৰৰ অজ্ঞাত নেথাকিল। ইমান দিনে পাহৰিবৰ চেষ্টা কৰি সি ইচ্ছা কৰিয়েই ৰতনীৰ কোনো খবৰ লোৱা নাছিল। কিন্তু আগতে কৈ অহাৰ দৰে তাৰ সেই চেষ্টা বিফল হৈছিল। এতিয়া আকৌ তাইৰ দুখৰ কথা শুনি ধনবৰৰ মন দুগুণে উদ্বাউল হৈ উঠিল। মনত বৰ অশান্তি লগাত সি দুপৰতে কামৰ পৰা ছুটি লৈ গুছি আহিল আৰু ঘৰত বিছনাত পৰি গভীৰ চিন্তাত নিমগ্ন হল।

আজিৰ দৰে সি জীৱনত কেতিয়াও ইমান অকলশৰীয়া বোধ কৰা নাছিল। তাৰ জীৱনৰ হৈ যোৱা ঘটনাৱলীৰ কথা স্মৰণ কৰি তাৰ নিজেই নিজকে পুতৌ কৰিবৰ মন গল। সি ভাবি ভাবি পালেগৈ যে তাৰ নিজৰ দুৰ্ব্বলতাৰ কাৰণেই সি আজি ইমান নিঃস্ব।... ........"ৰতনীয়ে সিবাৰ মিনতি কৰি কওঁতেও কিয় মই আৰু দুদিন অপেক্ষা নকৰিলোঁ।"? ধনবৰে মনতে কবলৈ ধৰিলে—"বোধ হয় তেতিয়াহলে আইক আৰু ইহজীৱনত দেখাকে নেপালোহেতেন।......সেইদিনা ৰাতি পলাই আহিবলৈ লগ ধৰোঁতে, তাই হয়তো কিমান অসুবিধাত নাহিলে.........আৰু এতিয়া চাগৈ তাই কিমান কষ্টত দিন যাপন কৰিছে।......হয়তো তাই মোলৈকে বাট চাই ৰৈ আছে এনে বিপদৰ পৰা উদ্ধাৰ পাবৰ কাৰণে... তেনেহলে মই এতিয়া তাইৰ ওচৰলৈ যোৱাটো নিতান্ত উচিত হব। .....কিন্তু বকুলী?... .....বকুলীক মই ভাল পাওঁনে কি? কিয় তাইৰ মূৰ্ত্তিটো ঘনে ঘনে মোৰ চকুত আগত দেখি থাকোঁ?"... ..আকৌ

ক্ষন্তেকৰ কাৰণে বকুলীৰ চিন্তাই তাৰ মন অধীৰ কৰি তুলিলে। কিন্তু সেই অধীৰতা বেচি পৰ স্থায়ী নহল। ৰতনীৰ কথাই তেতিয়া তাৰ মন সম্পূৰ্ণ অধিকাৰ কৰি আছিল আৰু সেই গতিকে অন্যৰ কাৰণে চিন্তাৰ স্থান তাত নাছিল বুলিলেই হয়।

লাহে লাহে দিনৰ অবসান ঘটিল। কিন্তু ধনবৰুৰ মনৰ পৰা ভাৱনাৰ অন্ত পৰা নাই। কি উপায়েৰে ৰতনীৰ ওচৰলৈ যাব...... ..তাই আগৰ দৰে পলাই আহিবলৈ ৰাজি নহলে কি কৰা যাব.........কি উপায়েৰেই বা ৰঙাইৰ পৰা একেবাৰে হাতসৰা যাব......ইত্যাদি চিন্তাৰ বহুমুখী ধাৰাত পৰি ধনবৰে নিজক পাহৰি পেলালে। ৰাতি হলত সি বিছনাৰ পৰা উঠিল আৰু চাকি-এটা জ্বলাই চেঁচা পানীৰে তাৰ মুখখন ভালকৈ ধুই দিলে। মনটো কিন্তু তাৰ অলপো পাতল নেলাগিল। আগত এটা গধুৰ কৰ্ত্তব্য পৰি থকাৰ চিন্তাত তাৰ খাবলৈ ইচ্ছা নহল। সি আকৌ বিছনাত উঠি মূৰ ঘমাই ভাবিবলৈ ধৰিলে। যেতিয়া তাৰ টোপনি ভাগিল তেতিয়া চাকিটো নুমাও নুমাও অৱস্থাত। বাহিৰত গোটেইখন পোহৰময়। সি বৰ আচৰিত হল। সি বিছনাত মূৰ ঘমাই থাকোঁতেই যে ৰাতিপুৱাই গল তাক সি ভাবিবলৈ টান পালে। সপোন নে দিঠক একো বুজিব নোৱাৰি সি বহি থকাৰ পৰাই ডিঙি ঘুৰাই চাৰিউফালে চাবলৈ ধৰিলে। কিন্তু অলপ পিছতে গোটেই' ৰাতি এটা দুস্কৰ কামত লিপ্ত থাকি, পুৱা কলাজুমটিয়ে হেঁচা মাৰি ধৰাৰ দৰে, ধনবৰে বৰ টোপনি অনুভৱ কৰি বিছনাতে ঢলি পৰিল।

ধনবৰে যেতিয়া আকৌ সাৰ পালে তেতিয়া দিনৰ ভৰ দুপৰীয়া হৈছে। সেইদিনা আৰু তাৰ কামলৈ যোৱা নহল, কিন্তু দুপৰীয়া শুই উঠিও তাৰ মনৰ অশান্তি মাৰ নগল। তাৰ মূৰটো বৰ গধূৰ গধূৰ লাগিবলৈ ধৰিলে। আগদিনাৰ পৰা লঘোনে থকাত তাৰ ভোকো লাগিল। সেইদেখি সি বিছনাৰ পৰা নামি আহিল আৰু তাৰ কোঠাৰ বাহিৰ ওলাই এটা চাহ বেচা মানুহক মাতি আনি এবাটি চাহপানী আৰু এটা ৰুটী কিনি খাই পেটৰ পোৰণি মাৰিলে। কিন্তু পেট শাঁত পৰিল যদিও তাৰ মন শাঁত নপৰিল। লগতে সি তাৰ গোটেই গাতে ভয়ানক বিষ অনুভৱ কৰিলে। এইদৰে মানসিক অশান্তি আৰু শাৰীৰিক বিষত জৰ্জ্জৰিত হৈ ধনবৰে আকৌ শয্যাৰ আশ্ৰয় গ্ৰহণ কৰিলে। লাহে লাহে আকৌ গধূলি হৈ আহিল আৰু লগে লগে ধনবৰৰ গাটোও বৰকৈ সিৰ্ সিৰাই আহিবলৈ ধৰিলে। সি অনুভৱ কৰিলে যেন তাৰ গাত তিৰ্কপে জ্বৰ উঠিছে।........ৰাতি সি একো নেখালে। বিছনাত লুটিবাগৰ দি থাকোঁতেই ৰাতি শেষ হল। ৰাতি পুৱাবৰ বেলিকা ধনবৰৰ চকুলৈ অলপ তন্দ্ৰা আহিল। তন্দ্ৰাভিভূত হৈ থাকোঁতেই সপোনত দেখিবলৈ পালে যেন ৰত্নীয়ে তাৰ ওচৰলৈ আহি তাৰ গালে মুখে হাত ফুৰাই সুধিছেহি সি গা কেনে পাইছে। সি যেন আনন্দত সপোনতে একো উত্তৰ দিব পৰা নাই। কিন্তু ৰত্নীয়ে তাৰ উত্তৰৰ প্ৰতীক্ষা কৰি যেন তাৰ কাষৰতে বৈ আছে।..... সি উত্তৰ দিব খুজিছে

এনেতে মুখত কাৰবাৰ গৰম নিশ্বাস পৰাত সি সাৰ পালে। কিন্তু চকুমেলি চাই দেখিলে যে ৰতনী সচাঁকৈয়ে তাৰ বিছনাৰ কাষৰতে থিয় হৈ বৈ আছে। সি বৰ আচৰিত হল।...... ইটো সপোন নহয়... ..ইযে দিঠক, একেবাৰে সত্য।.. ...... কিন্তু যেই সি চকুমোহাৰি তাইক ধৰিবলৈ হাত মেলিলে তাৰ মোহ ভাগি গল।......এইজনী বকুলীহে, ৰতনী নহয়!... .. সি আকৌ এবাৰ ভালকৈ চকুমেলি তাইক চালে। সি দেখিলে যে তাই প্ৰকৃতহতে বকুলী .....তাৰ মুখত এটা বিদ্রূপৰ হাহিঁ ফুটি উঠিল।

বকুলীয়ে প্ৰথম যিদিনাখন ধনবৰক দেখিলে সেইদিনাৰ পৰাই তাক প্ৰাণভৰি ভাল পাবলৈ ধৰিলে। আৰু মুখেৰে একো নকলেও কাৰ্য্যৰে তাক সেই ভালপোৱা বুজাবলৈ তাই চেষ্টাৰ ক্ৰতি কৰা নাছিল। সেইদেখি আজি প্ৰায় তিনিদিনৰ আগতে তাইৰ জীৱনৰ সকলো ভিতৰুৱা কথা জানিলৈ হঠাতে তাইৰ ঘৰৰ পৰা ধনবৰ গুছি আহিলত তাইৰ মনত নানা শঙ্কাই ঠাই ললেহি। বকুলীয়ে ভাবিলে যে ধনবৰে হয়তো তাইৰ স্বভাব জানি তাইক ঘৃণা কৰিছে। আৰু সেই দেখি সি আজি তিনি দিনে তাইৰ ওচৰলৈ নোযোৱাত তাইৰ সেই শঙ্কাই দৃঢ হবলৈ ধৰিলে। ধনবৰ তাইৰ ওচৰলৈ নোযোৱাৰ আন কিবা কাৰণ থাকিব পাৰে বুলি তাই ভাবিবলৈ টান পালে। তাইৰ মন বৰ চঞ্চল হৈ উঠিল আৰু অৱশেষত তাই নিজেই ধনবৰৰ ওচৰলৈ আহিবলৈ স্থিৰ কৰিলে।

সেইদিনা ৰাতিপুৱাই বকুলী ধনবৰৰ ওচৰলৈ আহিল। তাই কোঠাত সোমাই ধনবৰক টোপনিত থকা দেখি হাতত সাৰে, ভৰিত সাৰে তাই তাৰ ওচৰ চাপিল। তাই ধনবৰৰ চিন্তাক্লিষ্ট, শেতাঁপৰা মুখখন দেখি অনুমান কৰিলে যে ধনবৰৰ নিশ্চয় কিবা অসুখ হৈছে। তাই তাৰ কপালত হাত দি তাৰ গাত উত্তাপ চাবলৈ আগবাঢ়ি গল। কিন্তু কি এটা কথা তাইৰ হাত কোচ খাই আহিল আৰু লগে লগে তাই বুকুভাঙি যোৱা এটা গভীৰ নিশ্বাস পেলালে। ধনবৰে সেই নিশ্বাসতেই সাৰ পালে।......
ধনবৰক সাৰ পোৱা দেখি বকুলীয়ে কেই খোজ মান পাছলৈ আহিল। কিন্তু যেতিয়া তাৰ মুখত হাঁহি দেখিলে তেতিয়া আকৌ তাই ওচৰ চাপি গল। ধনবৰে তাইক সুধিলে—

"তুমি কেতিয়া আহিলা বকুলী?"—

"এইমাত্র আহিছোঁ ধনবৰ।" বকুলীয়ে নিচেই সৰু মাতেৰে কলে।

তাৰ সপোনৰ কথা ভাবি ধনবৰে কিছুপৰ নিৰৱ হৈ থাকিল। বকুলী বৰ অপ্রস্তুত হল। তথাপি তাই মনত বল বান্ধি ধনবৰক সুধিলে—

"তোমাৰ কিবা অসুখ হৈছিলনেকি ধনবৰ?"—

"অসুখ?......একো হোৱা নাই।"—ধনবৰে গহীন ভাৱে উত্তৰ দিলে।

ক্ষন্তেক আকৌ গোটেইখন নিজম পৰি গল। বকুলীয়ে ধনবৰৰ ওচৰত থাকিবলৈ আন একো চল উলিয়াব নোৱাৰি কলে—

"মই যাওঁ ধনবৰ !"—

ধনবৰে একো উত্তৰ নিদিলে। বকুলীক আৰু কিছুপৰ তাত ৰখাবলৈ তাৰ ইচ্ছা নহল। তাই আঁতৰি গলেই যেন সি ৰক্ষা পাই।........ বকুলীয়ে বৰ দুঃখিত মনেৰে তাৰ কোঠাৰ পৰা ওলাই আহিল। ধনবৰে শুই থকাৰ পৰাই তাইক যিমান দূৰলৈকে দেখা যাই চাই থাকিল। যেতিয়া তাইক নেদেখা হল তেতিয়া সি বিছনাৰ পৰা উঠিল। সি মনতে এক অদ্ভুত আনন্দ অনুভৱ কৰিলে। আজি যেন তাৰ মনৰ পৰা এটা প্ৰকাণ্ড বোজা খহি পৰিল। কিন্তু এই আনন্দ তাৰ মনত বেচি পৰ স্থায়ী নহল। ক্ষন্তেকতে আকৌ আন কিবা ভাবে আহি তাৰ মন আগুৰি ধৰিলে। তাৰ মুখখন অস্বাভাৱিকৰূপে গহীন হৈ উঠিল। আৰু ক্ষুধিত বাঘৰ দৰে তাৰ টল্ টল্ কৰি জ্বলা হিংসাপূৰ্ণ চকুদুটাৰে সি তাৰ কোঠাটোৰ চাৰিওফালে চাবলৈ ধৰিলে। এনেতে তাৰ চকুপৰিল, কোঠাৰ এচুকত বেৰত আৰি থোৱা এখন তীক্ষ্ণ ছুৰীত। তাৰ চকুত হাঁহি বিৰিঙি উঠিল। সি লৰালৰি কৈ ছুৰীখন পৰীক্ষা কৰি, কোনেও নেদেখাকৈ তাৰ বিছনাৰ তলত লুকাই থলেগৈ আৰু দুপৰীয়া বেলিকা বৰ সাৱধানে ছুৰীখন কাপোৰৰ তলত লুকুৱাই লৈ দৃঢ়চিত্তেৰে কোৰ্বৰপুৰৰ ফালে যাবলৈ ধৰিলে।

# নৱম অধ্যায়

কোঁৱৰপুৰলৈ অহাৰ পিছত ৰঙাই ৰতনীয়ে কিছুদিনলৈ টুক্-টাক্ কৰি দুখী দুখী ভাৱে দিন নিয়াই আছিল। কিন্তু ক্রমাৎ সিহঁতৰ অবস্থা বেযাৰ পৰা আৰু বেয়ালৈহে ঢাল ললে। সিহঁতৰ সাঁচতীয়া যি অলপ ধন আছিল, খৰচ কৰি খাই থাকোঁতে সিও অন্ত পৰিল। ইযাত ৰঙাইৰ মাটি নাই যে খেতি কৰিব। লাহে-লাহে বহাগ, জেঠ, আহাৰ, শাওন, এটি এটি কৰি মাহবোৰে সময় সোঁতত টুপাই বুৰ মাৰিলে। খেতিৰ ভৰ বতৰ পৰাতো ৰঙাযে ঘৰতে বহি থাকিল। তাৰ যে উপায় নাছিল। সি লোকৰ লগতে গা-খাটনি দি খেতি কৰিবলৈ কতৰ ওচৰলৈ গৈ কত চেষ্টা কৰিলে কিন্তু সকলো বিফলে গল।

ভাদ আহি পালেহি। ৰঙাযে খেতি কৰি ঘৰত লখিমী সুমুৱাৰ আশা এৰি দি সদ্য উপস্থিত নিৰন্নতাৰ ভীষণ কবলৰ পৰা মুক্তি লভিবলৈ প্রাণটাঁকি চেষ্টা কৰিবলৈ ধৰিলে। সি ৰাতিপুৱাই যি পাই দুটামান মুখত দি দিনটোলৈ কাম বিছাৰি ওলাই যায়। গধুলী পৰত কেতিয়াবা হাতত সিকিটো, কেতিয়াবা আধলিটো, কেতিয়াবা শুদা হাতেই আহি ঘৰ ওলাইহি। কিন্তু পইছা পালেইতো পেট নভৰে। গাৱঁৰ-পৰা ধান কিনি আনিব লাগিব। আকৌ তাকে ৰ'দাই, খুন্দি চাউল উলিয়ালেহে হয়। পইছা নেপালে ঠৰে ঠৰে লঘোনে

থাকিব লাগে। এইদৰেই অৰ্দ্ধাহাৰ, অনাহাৰৰ মাজেদি সিহঁতে অতি কষ্টত দিন পাৰ কৰিছে মাথোন। ৰঙায়ে মাজে মাজে সূতা আনি দিয়ে, ৰতনীয়ে কাপোৰ উলিয়াই বেচে। এই দৰেও অৱশ্যে মাজে-সময়ে দুপইছা আৰ্জ্জন হয়। কিন্তু কেতিয়াবা ৰতনীৰ গা-অসুখ হৈ কাপোৰ ব'ব নোৱাৰিলে বা এক্কেৰাহে কেবাদিনো বৰষুণ হৈ থাকিলে দুয়োৰো আৰ্জ্জনৰ পথত বাধা পৰে। আৰু লগে লগে সিহঁতৰ উপবাস আৰম্ভ হয়।

ৰঙায়ে দিনত কাম বিচাৰি ওলাই গলে গধূলী বেলিকা ৰতনীয়ে প্ৰায়েই দুৱাৰ মুখতে বহি তাৰ প্ৰত্যাগমনলৈ অপেক্ষা কৰি বাটলৈ চাই ৰৈ থাকে। ৰঙাই আহি পালেই তাই কেতিয়াবা দিনটো লঘোনে ভোকে থাকিলেও নিজৰ কথা সমূলি পাহৰি, তাক শুশ্ৰুষা কৰি মনত সন্তোষ দিবৰ কাৰণে ব্যস্ত হৈ পৰে। তাইৰ সদাই একেটা মাথোন চিন্তা—জানোচা বাহিৰে ভিতৰে ইমান কষ্টত থাকি ৰঙাই পুনৰ বেমাৰ পৰে। আৰু সেই উদ্দেশ্যেই সকলোৰে উপৰি ৰঙাইক ভালে ৰাখিবলৈ তাই ভগৱন্তৰ ওচৰত সদাই সৰল মিনতি জনাই।

নাৰীহৃদয়ৰ এটি বিচিত্ৰ ধাৰা হৈছে যে তেওঁলোকে যাক ভাল পাই তাৰ নিমিত্তে বা তাৰ কুশলৰ অৰ্থে তেওঁলোকৰ অদেয় একোৱেই নেথাকে। নিজৰ কথা পাহৰি নিস্বাৰ্থভাবে সেৱা শুশ্ৰুষা কৰা আনকি দৰকাৰ হলে হাঁহি হাঁহি নিজৰ প্ৰাণকো বিসৰ্জ্জন দিব পৰাটো মনুষ্যত্বৰ চৰম বিকাশ। এয়েই হৈছে নাৰীত্ব, এয়েই হৈছে মাতৃত্ব।

ৰতনীৰ এনে নিস্বাৰ্থতাৰ আগত ৰঙাইৰ মূৰ দোঁ খাই যায়। তাইৰ কষ্ট সহ্য কৰিব পৰা ক্ষমতা দেখি সি স্তম্ভিত হয়। সি কেতিয়াবা নিজকে মাথোন ধিক্কাৰ দিয়ে যে সি এনে এজনী মানুহকো অলপো সুখ দিব নোৱাৰিলে। কেতিয়াবা সি সঁজুল চকুৰে তাইক কয়—মোৰ লগত পৰিয়েই তোমাৰ আজি ইমান কষ্ট হৈছে ৰতনী ?—ৰতনীয়ে তাৰ কথা শুনি তাৰ ওচৰৰ পৰা নিমাত হৈ আতৰি যাই। ৰঙাইৰ মুখত তেনে কথা শুনিলে তাই অন্তৰত বৰ আঘাত পায়। ৰঙাইৰ কাৰণেই যে তাইৰ ইমান দুখ হৈছে তাক ৰতনীয়ে মুহূৰ্ত্তলৈকো মনত ঠাই নিদিয়ে। তেনে কথা তাই বিশ্বাসো নকৰে। এনে অৱস্থাত কেতিযাবা তাইৰ জীৱনৰ হৈ যোৱা ঘটনা বোৰৰ কথা মনত পৰিলে তাই জিকাৰি উঠে। তাই পাৰ্য্য-মানে সেইবোৰ পাহৰি থাকিবলৈ যত্ন কৰে। তথাপিও সেইবোৰে কেতিয়াবা অলক্ষিতে চোৰৰ দৰে তাইৰ মনলৈ আহি বৰ অশান্তিৰ সৃষ্টি কৰেহি। কিন্তু তাতো তাই অলপো বিচলিত নহয়। তেনে ভাব আহিলে ৰঙাইৰ দুৰৱস্থাৰ কথা স্মৰণ কৰি তাক তাই প্ৰাণেৰে সৈতে আৰু দৃঢ় ভাৱে আকোৱালি ধৰে মাথোন।

এইদৰেই ক্ৰমাৎ দিন গৈ আছে। তেতিয়া ভাদৰ ঠিক মাজ। সেইদিনা ৰতনীয়ে তাঁত বই আছে মূকলি চোতাল খনত। দিনটো তাঁত বৈয়ে আছে অলপো ক্ষতি-ক্ষন্তা নাই। সংসাৰৰ সকলো কথা তাই পাহৰি পেলাইছে। মাথোন তাই অনবৰতে কানেৰে শুনিছে বিহকৰ্ম্মণী আইৰ শুৱলা নাম......

তাত্ তাত্ ঘটক্……তাত্ তাত্ ঘটক্………তাত্ তাত্ ঘটক্।……সূৰ্য্যই তাইক তাঁত্ বোৱা চাই চাই ভাগৰি গল। আৰু এতিয়া লাহে লাহে ভটীয়াবলৈ ধৰিছে। কিন্তু ৰতনীৰ ভাগৰ নাই। তাই ভাগৰৰ কথা পাহৰি গল। তাইৰ দেহ, মন তাঁতৰ লগতে এক হৈ গৈছে, বাহ্যিক সংসাৰৰ কথাৰ কাৰণে তাত ঠাই নাই।……তাইৰ চকু আছে কাপোৰৰ ওপৰত, ভৰি-দুটাৰে অনবৰতে গৰকা মাৰিবলৈ ধৰিছে।……হাতৰ কাম আৰু বেচি। ইটোৰ পিছত সিটোকৈ ৰাঁচ মাৰিছে, আৰু মাকো চলাইছে।… ..তাইৰ ইন্দ্ৰিয় বোৰ অবশ হৈ গৈছে…… ভৰি আৰু হাতৰ তলুৱাত পানী-জোলা বান্ধি গৈছে, পিঠিত বিষে ধৰিছে……সেইবোৰ এতিয়া তাই দেখিও নেদেখা হৈছে। কাৰণ তাইৰ মনে যে নেমানে।

তাইৰ মূৰৰ ওপৰেদি কতজাক ভাটৌৱে দিনটো আমৰ গছে গছে ফুৰি, ভীষণ কোঢাল কৰি বাহঁলৈ উলটি গল।….. চোতালৰ মূৰৰ আম পুলিটোত পৰি কেইটা কুলিয়ে তাইক মাতি-লেহি এবাৰ মুখ তুলি চাবলৈ, কিন্তু সকলোৰে চেষ্টা বিফল হল। নাই আজি জগতৰ সকলো শক্তি ৰতনীৰ একাগ্ৰতাৰ আগত হাৰ মানিছে..…তাই যে আজি কাপোৰ উলিয়াবই লাগিব। আজি তিনিদিন সিহঁত অৰ্দ্ধভুক্ত অৱস্থাত।

"ক'তা ৰঙায়ে এদোণ ধান বিচাৰি গৈ[illegible]য়াওতো ঘুৰি অহা নাই।……নহয়, নহয়……মই আজি কাপোৰ উলিয়াবই লাগিব, নহলে যে এসপ্তাহলৈ খাবলৈ নাই।

"চিঃ আজি বেলিটো ইমান সোনকালে পৰিল..... সূতা চিগিছে যদিও একো দেখা নাই ... আৰু দুটা মছুৰা ব'লেই মোৰ কাপোৰ খন ওলাব······বেচিতো নহয়, মাথোন দুটা মছুৰা......।"

তাই দুগুণ উৎসাহেৰে মাকো চলাবলৈ ধৰিলে।

"এন্ধাৰত একো নেদেখা হলোঁ। .. নাই আৰু নোৱাৰি।" ৰতনীয়ে তাত ববলৈ এৰি টোলোঠাৰ ওপৰতে কিলাকুটিৰ ভেজা দি, হাত দুখন গালত থৈ এটা দীঘল হুমুনিয়া পেলালে। পশ্চিম আকাশত দিনমণি অস্ত গল। আৰু ওপৰৰ পৰা জোনাবাযে চাৰিউকাষৰে তৰা বোৰক বহুৱাইলৈ, এন্ধাৰ পৃথিবীত পোহৰ বিলাবলৈ ধৰিলে। গা-মন জুৰ পেলোৱা এছাটি সন্ধিযাৰ বতাহ সুৰ্ সুৰ্ কৰি বৈ গল। আৰু ৰতনীক শুনাই গল এটা পৰিচিত মাত—

ৰতনীৰ পাছফালে থিয হৈ ধনবৰে আধা-কপা মাতেৰে মাতিলে—

—"ৰতনী।"—

"কোন? ····ধনবৰ?" ৰতনীয়ে ঘুৰি চাই বৰ আশঙ্কিত হই কলে—"ধনবৰ। তুমি এই সময়ত ইযাত?"—

ধনবৰে প্ৰথমতে ভাবিছিল যে সি মনে মনে পাছফালৰ পৰা ৰতনীৰ চকুদুটা মু[illegible]ধৰিব কিন্তু কিবা এটা আশঙ্কাত তাৰ হাত কোচ খাই গল। .....সি নোৱাৰিলে। ৰতনীৰ প্ৰশ্নত সি বৰ শঙ্কিত হৈ বিনয়ৰ [illegible]তে আকৌ কলে—

"মোক বিমুখ নকৰিবা ৰতনী।"

কোৰ্ৰ পুৰলৈ অহাৰ পিছত ৰতনীয়ে ধনবৰক জীৱনত পুনৰ লগ পাবলৈ আশা কৰা নাছিল। বৰং সি যেন আৰু কেতিয়াও নাহে তাকেইহে পেটে পেটে ঈশ্বৰক খাটিছিল। সেই দেখি এতিয়া আচম্বিতে তাক আগতে দেখি তাইৰ আচৰ্য্যৰ সীমা নোহোৱা হল। ঠিক নিশ্চিন্ত মনেৰে এটা মানুহ গৈ থাকোঁতে, হঠাতে আগত এটা বাঘ ওলালেহি তাৰ যেনে অৱস্থা হয় ৰতনীৰো তেনে অৱস্থাই হল। কিন্তু তেনে হলেও ধনবৰৰ আগমনত যেন তাইৰ অন্তৰ বীণাৰ গুপ্ত তন্ত্ৰী এডাল তাইৰ অজ্ঞাতসাৰেই ঝঙ্কাৰি উঠিল। তথাপিও তাই অলপো চঞ্চলতা নেদেখুৱাই বৰ দৃঢ় ভাবেৰে কবলৈ ধৰিলে—

"ধনবৰ! ধনবৰ! তুমি কিয় আহিছাঁ মোৰ সোনৰ সংসাৰত জুই দিবলৈ। মোৰতো আগৰ সংসাৰ নাই। আমাৰ আগৰ জীৱন শেষ হৈ গৈছে এতিয়া আমি নতুন জীৱন আৰম্ভ কৰিছোঁ... তুমি যোৱাঁগৈ ধনবৰ? যোৱাঁগৈ, আৰু কেতিয়াও নাহিবা।"—

ৰতনী তাঁতৰ পাটৰ পৰা উঠি আহি ধনবৰৰ সমুখত থিয় হল। ধনবৰে তাইৰ কথা শুনি অলপো বিস্মিত নহৈ বৰ কৰুণ ভাৱে কলে—

"মোৰ যে জীৱন ব্যৰ্থ হৈ গৈছে ৰতনী।—

'মিছা কথা। কোনেও কাৰো একো ব্যৰ্থ কৰিব নোৱাৰে ধনবৰ! জীৱন ব্যৰ্থ কৰাতো দূৰৰ কথা।'

"তুমিতো পাৰিছা ৰতনী !......তোমাক নেপালে যে।—"

"ই যে অসম্ভৱ—তাই বৰ গহীন ভাৱে উত্তৰ দিলে।"

অসম্ভৱ ?......নহয়, নহয়, তুমি এইদৰে কেতিয়াও কব নোৱাৰা।"—

"হয় ধনবৰ।"—তাই পুনৰ দৃঢ় ভাৱে কলে......"সেইটো একেবাৰে অসম্ভৱ"—তাইৰ মুখ শেতা পৰি গল।

ধনবৰে যেন তাৰ আশাৰ ক্ষীণ পোহৰ কণি'ও মাৰ যোৱা যেন পালে।

"ৰতনী ! তুমি বোধ হয় নিজেই বুজা নাই তুমি কি কৈছা। তুমি যে মোক ভালপোৱা ৰতনী ! আৰু ময়ো তোমাক বৰ ভাল পাওঁ। তেন্তে আমাৰ মাজত ইমান প্ৰভেদ ৰখাৰ লাভ কি ? আমাৰ আগৰ কথাবোৰ পাহৰিছা কিয় ? সচাকৈয়ে ৰতনী ! তেন্তে তুমি মোক ভাল নোপোৱা ?"...

ৰতনীৰ চকুহুটা অকৃতিম পুতৌৰে ভৰা কিন্তু ওঠ হুটা জোৰেৰে চিপি ধৰা।

"ভাল নোপাও বুলিতো কোৱা নাই।"—তাই উত্তৰ দিলে।

"তেনেহলে কিয় এইদৰে কৈছা ?"—

"আমাৰ মিলন কেতিয়াও হব নোৱাৰে।"—

"কেতিয়াও নোৱাৰে ?......তেন্তে মই ঠিকেই ধৰিছিলোঁ। তুমি মোক ভাল নোপোৱা বুলি......কিন্তু মৃত্যুৰ বাহিৰে যে তোমাকে মোকে একেবাৰেই আঁতৰাই ৰাখিব নোৱাৰে। তোমাৰ কাৰণে মই তিল তিল কৰি দহি মৰিছোঁ আৰু সেই দেখি আজি

সকলো বিপদলৈ আওকান কৰি লৰি আহিছোঁ তোমাক যি কোনো উপায়েৰেই লাভ কৰিবলৈ বুলি।”

“যি কোনো উপায়েৰেই ?”—

ৰতনীৰ বুকু কঁপি উঠিল। ভয়ত তাই থৰ্‌থৰ্‌ কৰি কঁপিবলৈ ধৰিলে। সেই সময়ত তাইৰ সজল চকুহুটাই যেন ধনবৰক অতি কাতৰ ভাৱে কাকুতি কৰিবলৈ ধৰিলে তাইক ক্ষমা কৰিবলৈ বুলি। কিন্তু ইয়াৰ ভিতৰতো ফুটি উঠিছিল তাইৰ দৃঢ় প্ৰতিজ্ঞাৰ এটি ভাৱ।

ধনবৰে ৰতনীক ধৰিবলৈ আগবাঢ়ি গল। ৰতনীয়ে এই মহান বিপদৰ সম্মুখীন হৈ আন উপায় একো নেদেখি কেই খোজ মান পাছ হুঁহকি গৈ জোৰেৰে সৈতে কলে —

—“ধনবৰ !”—

ৰতনীৰ এই মাতষাৰত কিমানেই যে শক্তি নাছিল। ধনবৰে আৰু এখোজো আগ বাঢ়িবলৈ সাহ নকৰিলে। সিহঁত হুয়ো হুঠাইত আগৰ দৰেই থিয়-হৈ ৰৈ থাকিল। ধনবৰে প্ৰতিহত ফণিনীৰ দৰে ব্যৰ্থতাত কঁপিবলৈ ধৰিলে, অন্তৰত ৰতনীয়ে ভয়-বিহ্বল চকুৰে তালৈ তীক্ষ্ণ ভাৱে চাই থাকিল। তাইৰ চকুয়েদি পানী ব’বলৈ ধৰিলে। ..···সেই সময়ত ভাৱ আৰু ভঙ্গীৰ কিযে এক অপূৰ্ব্ব সমন্বয় হল।......নিৰ্ম্মল, শান্ত, শীতল, জোনাকত চকিত হৰিণীৰ দৰে তাইৰ সুতীক্ষ্ণ, চঞ্চল চকুজুৰি, বৈ পৰা ক’লা দীঘল চুলিতাৰি, কম্পিত কলেৱৰ, ইষৎশুভ্ৰ আভৰণেৰে সৈতে ৰতনীক সেই সময়ত সুন্দৰতকৈও সুন্দৰ দেখা গল। .... সৌন্দৰ্য্য

পিপাসু ধনবৰে সেই সময়ত ৰতনীত দেখিবলৈ পালে মূৰ্ত্তিমতী সৌন্দৰ্য্যৰ অৰূপ সত্বাটো। সি নিজৰ সকলো খং, সকলো অভিমান ক্ষন্তেকলৈ পাহৰি পেলালে আৰু থিয়ৈ থাকিব নোৱাৰি সেই খিনিতে হাত দুখনেৰে মুখখন ঢাকি হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে।

"ছিঃ ছিঃ কি কৰিছা .....তুমি......কান্দিছা ?"—ৰতনীয়ে ধনবৰৰ অলপ ওচৰলৈ গৈ কলে।—

"নহয় ৰতনী ! মই অতি দুৰ্ভগীয়া।"—

—"তুমি পুৰুষ, তুমি মহৎ, মোক ক্ষমা কৰা ধনবৰ। পাপ পথলৈ মোক টানি নিনিবা। আগৰ সকলো কথা পাহৰি যোৱা........মোৰ ভগাবটা ক্ষুদ্ৰ হৃদয় খন পুনৰ ভাঙি নিদিবা।......মৰ্য়োটো কম কষ্ট ভোগ কৰা নাই। আজি তিনিদিন আমাৰ মুখত অন্ন পৰা নাই। বণ্ডায়ে লঘোনে ভোকেই-ৰাতিপুৱাই ধান বিছাৰি গল এতিয়াও পোৱাহি নাই।"......

বণ্ডাইৰ কথা শুনি ধনবৰ শিয়ৰি উঠিল। তাৰ গা কাইজাই লাগি গল।

"তেনেহলে মই এতিয়া আহিলোঁ।"—

"কৈ যোৱা মোক ক্ষমা কৰিছা বুলি।"—

ধনবৰে একো উত্তৰ নিদি বেগেৰে আৰু পৰা ওলাই গল। ৰতনীয়ে [illegible] তাৰে পৰ লাগি চাই থাকিল।

তেতিয়া ৰাতি [illegible] [illegible] হৈছে। [illegible] [illegible]

ঘৰৰ পৰা ওলাই আহি বৰ বেগেৰে ৰাস্তাই, ৰাস্তাই পশ্চিম ফালেদি যাবলৈ ধৰিলে। কিন্তু বহুত দূৰ যাবলৈ নৌ পাওঁতেই তাৰ বাটত বাধা পৰিল। এই বাধা অৱশ্যে বাহ্যিক নহয়। তাৰ নিজৰ মনতে কিবা এটা নতুন ভাৱ খেলোৱাত সি বেগৰ গতিটো কমাই দি লাহে লাহে আগ বাঢ়িল।

[illegible] ঘৰৰ পৰা প্ৰাই আধা মাইল মান আতঁৰতে ৰাস্তাৰ ওপৰত এটা ডাঙৰ শিলৰ পুল। এই পুলটো মহাপ্ৰতাপী আহোম ৰাজদণ্ডধাৰী সকলৰ দিনতে বন্ধোৱা হৈছিল; কিন্তু এতিয়াও অতি সুন্দৰ অৱস্থাতে আছে। পুলটোৰ ওচৰতে এজোপা প্ৰকাণ্ড বৰ গছ। বৰজোপাৰ ছাঁ পুলটোৰ ওপৰত পৰি ৰাতি ঠাই ডোখৰ কিছু গহীন কৰি তুলিছিল। ৰাস্তাৰ এহাতে এখন ডাঙৰ পথাৰৰ মাজৰ পৰা এটা সৰু জান আহি এই পুলটোৰ তলেদি সৰকি গৈ, ৰাস্তাৰ সিহাতে থকা পথাৰ খনৰ মাজেদি কিছুদূৰ গৈ দিখৌত পৰিছেগৈ। ইয়াৰ পৰা আধা মাইলৰ ভিতৰত মানুহৰ ঘৰ নাই, মাথোন পথাৰ, পথাৰ আৰু পথাৰ। পুলটো ৰজাদিনীয়া বুলি আৰু ঠাই ডোখৰৰ গহীনতা অনুভৱ কৰি ওচৰৰ গাৱঁৰ মানুহে ৰাতি কেতিয়াও এই পিনে অকলৈ নেযাই। ঠাইডোখৰ হেনো বৰ জয়াল। কেতিয়াবা যাব লগা হলেও হাতত ডাঙৰ জোৰ এটা আৰু দা-কটাৰী লৈ, কীৰ্ত্তনৰ ঘোষা, পদ, গাইহে যাবলৈ আগ বাঢ়ে।

[illegible] আহি এইখিনি পালেহি। তাৰ মনতে অলপো [illegible] [illegible]। বৰং বৰ নিৰ্জন ঠেন পাই তাৰ মনৰ বিশৃঙ্খল

কথাবোৰ পুনৰ জুকিয়াই চাবৰ কাৰণে সুবিধা দেখি পুলটোৰ ওপৰুতে বহি পৰিল। নবাগত চন্দ্ৰমাৰ পোহৰ ক্ৰমাৎ ক্ষীণ হৈ গল। ধনবৰে যিমানেই আগৰ পৰা গুৰি লৈকে কথাবোৰ ভাবিবলৈ ধৰিলে সিমানেই তাৰ মূৰ গৰম হবলৈ ধৰিলে। ৰতনীৰ এই ভীষণ পৰিবৰ্ত্তন দেখি সি বৰ আচৰিত হল। যি ৰতনীয়ে এদিন তাৰ চৰণতে পৰি মূৰ ভুকুৱাই কান্দিছিল আজি সেই ৰতনীয়েই তাক নিৰ্দ্দয় ভাৱে প্ৰত্যাখ্যান কৰি খেদি পঠালে।.........ধনবৰ আচৰিত হবৰে কথা। কিন্তু ইয়াৰ ভিতৰতে যে ৰতনীয়ে কিমান বিপদৰ সম্মুখীন হব লগা হৈছিল তাকটো ধনবৰে নেজানে। মানুহ সদায়েই স্বাৰ্থপৰ। ধনবৰে মাথোন জানে যে সি ৰতনীক ভাল পাই, তায়ো তাক এসময়ত ভাল পাইছিল আৰু সেই গতিকেই এতিয়াও তাই সকলো কথা কাতি কৰি থৈ তাৰ ওচৰলৈ লৰি আহিব লাগে। কিন্তু আন এজনে যে আহি ইতিমধ্যতে তাইৰ মন চুৰ কৰি নি নিজৰ কৰি লব পাৰে তাক সি ভাবিবৰ দৰকাৰ নেদেখিলে।.........তাৰ মনে কৈছে তাক ৰতনীক লাগে, তাৰ প্ৰাণ, তাৰ প্ৰতিটো অঙ্গই ৰতনীৰ কাৰণে কান্দিব লাগিছে ... মাথোন লাগে-লাগে-লাগে।

এনেবোৰ ভাৱতেই ধনবৰ তন্ময় হৈ ৰ'ল। এতিয়া যে জোনাক গুছি দোৰ্ঘোৰ এন্ধাৰ হৈছে তাক সি দেখিও নেদেখিলে। সি ক'ত আছেহি, এই ঠাই ডোখৰ কেনেকুৱা, কিজানি ভূত, প্ৰেত, ডাইনী, যখিনী, ওলাই ; তদুপৰি এই মাজ ৰাতি ইয়াত সি যে একেবাৰে অকলশৰীয়া এইবোৰৰ কোনোটোৱেই তাৰ

মনলৈ নাছিল। সি মাথোন দেখিবলৈ পালে যে ৰতনীৰে আৰু তাৰে মাজতে এটা পৰ্ব্বতপ্ৰমাণ দুৰ্লঙ্ঘ্য প্ৰতিবন্ধক থিয় দি আছে। সি সম্পূৰ্ণকৈ বুজি উঠিল যে এই প্ৰতিবন্ধকটো আতঁৰাব নোৱাৰিলে ৰতনীক পোৱাৰ আশা মিছা। কিন্তু প্ৰতিবন্ধকটো কোন?.........ৰঙাই!.........ধনবৰৰ গা চিট্‌-চিটাবলৈ ধৰিলে খঙত তাৰ কৰ্পনি উঠিল, হিংসাত তাৰ মন জুয়ে পোৰাদি পুৰিবলৈ ধৰিলে। তাৰ হাত খনে গৈ যেন তাৰ অজ্ঞাতসাৰেই সি চোলাৰ তলত লুকাই থোৱা ছুৰীখন খামুচি ধৰি উলিয়াই আনিলে। পোহৰত হোৱা হলে নিশ্চয় ছুৰীখন চিক্‌মিকাই উঠিলে হেতেন, কিন্তু ৰাতিৰ অন্ধকাৰত ধনবৰে হাতেৰে অনুভৱ কৰাৰ বাহিৰে একো নেদেখিলে। উত্তেজনাত সি থিয় হৈ কেইখোজমান আগবাঢ়ি আহিল কিন্তু পিছপাকতে তাৰ মন অলপ শান্ত হলত সি আকৌ গৈ পুলটোৰ ওপৰত হিল গৈ।

কিন্তু এইবাৰ সি বেচিপৰ বহি নেথাকিল। সি পুনৰ উঠিল আৰু পুলটোৰ দাঁতিয়েদি পথাৰৰ ফালে নামি দক্ষিণমুৱা হৈ যাবলৈ ধৰিলে। ক'লৈ গৈছে, কিয় গৈছে সি একোকেই কব নোৱাৰে। সি মাথোন জানে যে তাক কোনোবাই মাতি আনিছে আৰু সেই কাৰণেই এইপিনে আহি আছে। কোন ফালেনো গৈছে তাক সি নিজেও কব নোৱাৰে। কিন্তু তাৰ অনুভৱ হল যেন মুকলি পথাৰৰ মাজেদি এই দূৰ বাটত সি একেবাৰে অকলশৰীয়া নহয়। কোনোবাই যেন তাক লগে

লগে যাবলৈ ইঙ্গিত দি আগে আগে যাব লাগিছে। তাৰ ক্ৰমাৎ সন্দেহ হবলৈ ধৰিছে, এনেতে সি মূৰৰ ওপৰতে মতা শুনিলে········মৰ ঔ। তাৰ বকুখন হঠাৎ ধৰাচ্ কৰি উঠিল। সি কান থিয় কৰি তালকৈ শুনিলে। সেই একেটা মাতেই আৰু দুবাৰ চিঞৰি উঠিল—মৰঔ, মৰঔ। ধনবৰৰ মনলৈ এইবাৰ অলপ সাহ আহিল। কাৰণ সি জানিব পাৰিলে যে এইটো চৰাইৰ বাহিৰে আন একো নহয়। সি আগতে মানুহৰ মুখে শুনিছিল এনেকুৱা মাতেৰে চৰাই এটা আছে বুলি আৰু বহুত দূৰৰ পৰা ইয়াৰ মাতো শুনিছিল। কিন্তু চৰাই বুলি জানিও আন এটা কথাৰ ভয়ে তাৰ বুকু কঁপাই তুলিলে। সি সকতেই মাকৰ মুখৰ পৰা শুনিছিল যে যি জোপা গছত মৰ চৰাই থাকে তাৰ তলতে কন্ধ এটাও থাকে। কন্ধ হেনো মূৰ নাইকিয়া এটা প্ৰেত বিশেষ। মূৰত থাকিবলগীয়া অঙ্গবোৰ হেনো তাৰ বুকুতে থাকে। যেতিয়া এই কন্ধটো ওলাবৰ হয় তেতিয়াই হেনো মৰ চৰায়ে চিঞৰিবলৈ ধৰে। ধনবৰে এইবোৰ কথা সকতে সাধুকথা হিচাবেই শুনিছিল আৰু ইয়াৰ সত্যতাত আজিলৈকে বিশ্বাস কৰা নাছিল। সি জীৱনত আজিলৈকে ভূত দেখা নাই আৰু বিশ্বাসো কৰা নাই। কিন্তু আজি হঠাৎ এনে সংঘাত পৰি সি নিজৰ মনকে সন্দেহ কৰিবলৈ ধৰিলে। আৰু এতিয়া কন্ধ ওলাব বুলি ভয়ত তাৰ পেটতে হাত-ভৰি লুকাল। সি মনে মনে চৰাইটোৰে মতাকালে চাই চাই অতি সন্তৰ্পণে আগবাঢ়ি যাবলৈ ধৰিলে। এইদৰেই কিছু সময় অতিবাহিত হল। কন্ধ ৰোলাল, চৰাই-

টোয়েও মাত্তিবলৈ এৰিলে। ধনবৰৰ ভাৱ হল তাৰ সন্দেহ অমূলক। ঠিক এনে সময়তে সি গৈ থাকোঁতেই হঠাৎ ভাব ভৰিৰে কিবা এটা বস্তুত উজুটি মাৰি দিলেহি। কি বস্তু এন্ধাৰত জানিবৰ সাধ্য নাই। কিন্তু ধনবৰে অনুভৱ কৰিলে যে সেইটো মানুহৰ শৰীৰৰ বাহিৰে আন একো নহয়। তাৰ গোটেই গাটো শিয়ঁৰি উঠিল। আৰু ভয়ত তাৰ গাৰ কপঁনি ইমান প্ৰবল হল যে সি ভৰিয়ে যেনিয়ে নিয়ে সেইপিনেই কিছুদূৰ উধাতু খাই গৈ লুপ্তজ্ঞান প্ৰাই হৈ মাটিতে বহি পৰিল।

ধনবৰে যেতিয়া পুনৰ জ্ঞান পালে তেতিয়া পূব আকাশ অৰুণ ৰাগেৰে ৰঞ্জিত হৈ উঠিছে। সি মাটিত পৰি থকা অৱস্থাৰ পৰা থিয় হৈ চাৰিউফালে চালত দেখিবলৈ পালে যে সি এখন শ্মশানৰ মাজত আৰু তাৰ গাৰ পৰা অলপ আঁতৰতে এটা ছবছৰীয়া মান লৰাৰ মৃতদেহ। বোধ হয় ইয়াক পোতা গাঁতটো নিচেই বাম হোৱাত ৰাতি এই অভাগাক শিয়ালে টানি বাহিৰলৈ উলিয়ালে। ৰাতি ইয়াৰ গাতেই সি আহি উজুটি খাইছিল। ধনবৰে কেনেকৈ আহি এই শ্মশানৰ মাজ পালেহি তাক ভাবিবলৈ তাৰ তেতিয়া শক্তি নাছিল। সি মাথোন যিমান পাৰে সোনকালে এই ভয়ানক ঠাইৰ পৰা আঁতৰি আহিবলৈ চেষ্টা কৰিলে।

শ্মশানৰ কাষতে নৈ। ধনবৰে নৈৰ পাৰে পাৰে গাৰঁৰফালে উজাই আহিবলৈ ধৰিলে। এইদৰে কিছুদূৰ আহি থকাৰ পাছত সি দেখিবলৈ পালে যে দূৰৈত নৈৰ কেকুৰি এটাৰ পাৰত এটা মানুহ ৰহি আছে। ইমান ৰাতিপুৱাই এই মানুহটোৱে নৈৰ

পাৰত বহি কৰিছে জানিবৰ কাৰণে ধনবৰৰ বৰ কৌতুহল হল। সি লাহে লাহে বৰ সঙ্গোপনে মানুহটোৰ ওচৰলৈ আগ বাঢ়িল। যেতিয়া কিছু ওচৰ চাপিল তেতিয়া সি দেখিবলৈ পালে মানুহ-টোৱে এনেয়ে বহি থকা নাই, সি নৈত বৰশী বাইছে। আৰু অলপ ওচৰ চাপিছে এনেতে ধনবৰে আগত যাক দেখিলে সেয়েই তাক বিচুৰ্ত্তি কৰিলে। এই নিৰ্জ্জন ঠাইত ৰঙায়ে আহি অকলশৰে বহি আছে।...... . কালিৰ পৰা যাক ইমান কৈ বিছাৰি ফুৰিছে সি যে ইমান সোনকালে এইদৰে আহি ধৰা দিবহি তাক ধনবৰে ভাবিবলৈ টান পালে। সি নিজৰ চকুকে অবিশ্বাস কৰি হাবিৰ জোপাৰ আঁৰৰ পৰা আৰু এবাৰ তাক ভালদৰে চাই ললে। হয় ৰঙায়েই বহি আছে।......ক্ষন্তেকতে ধনবৰৰ মনৰ কু প্ৰবৃত্তি-বোৰ জাগি উঠিল।

( ২ )

.........এটা সৰু লুঙলুঙীয়া বাট এৰি ৰঙাই বহি থকা ঠাই ডোখৰ ডাঠ ফুটুকানিৰে ভৰা। ওচৰতে এজোপা প্ৰকাণ্ড ঔ গছ। কেতিয়াবা বেলি ভটিউৱাৰ পৰত ইয়াৰ ছাঁতে বহি, কেতিয়াবা আকৌ ৰাতিপুৱাই ৰঙায়ে এই ডুবিটোত মাছ ধৰেহি। নিৰ্জ্জন ঠাইত মাছে বৰশী খোটাৰ সম্ভাৱনা দেখিয়েই বোধ হয় সি এই ডোখৰ ঠাইত বৰশী বাবলৈ সুবিধা কৰি লৈছিল।...... সেইদিনা পুৱাতেই বৰশী পেলালেহি যদিও ৰঙায়ে মাছ পোৱা নাছিল। কাৰণ দিখৌত তেতিয়া ভদীয়া পানী উঠিবলৈ ধৰিছে। কিন্তু কিছু সময়ৰ পৰা এটা সৰু মাছে আহি তাক দিগদাৰি কৰি

আছিলহি। বঙাযে বৰশীত টোপ্ দিয়ে, মাছটোৱে খাই থয়। বৰশীৰ পুঙা চোঁ, চোঁ কৰি তললৈ লৈ যাই অথচ চিপ মাৰিলে একো নেলাগে। বঙাইৰ খং উঠি জেদ্ ধৰিলে যে যেনে তেনে মাছটো ধৰিবই। সি বৰশীত টোপ্ দি দি নানা কায়দাৰে চিপিয়াবলৈ ধৰিলে। এইদৰেই যেতিয়া বঙাযে ক্ষুদ্র মৎস্যপ্রাণ বধিবলৈ চেষ্টা কৰি সেই কার্য্যতে নিবিষ্টচিত্ত হৈ আছিল, ঠিক সেই সময়তে তাৰ গাৰ পৰা অলপ মাথোন আতঁৰতে ধনবৰেও তাকেই হত্যা কৰিবলৈ মনতে আলচিবলৈ ধৰিলে।

ফুটুকাগছৰ আঁৰত থাকি ধনবৰে আকৌ এবাৰ বঙাইক ভালকৈ চাই ললে। সি দেখিলে যে তাক হত্যা কৰিবলৈ ইয়েই অতি উপযুক্ত স্থান। তাৰ এবাৰ মনলৈ আহিল যে যদি হঠাৎ আন মানুহ ওলাইহি তেতিয়া কি হব? কিন্তু সি ভালকৈ চাৰিউপিনে চাই ঠাৱৰ কৰিলে যে অন্ততঃ আৰু কিছু সময়ৰ ভিতৰত ইয়ালৈ আৰু কোনো মানুহ অহাৰ সম্ভাৱনা নাই। এইখিনি সময়ৰ ভিতৰতে সি কাম শেষ কৰি এটাৰ পাৰিব।

...........ধনবৰে ছুৰীখন চোলাৰ তলৰ পৰা উলিয়াই নিজৰ সন্মুখত দাঙি ধৰিলে। পোহৰত সেইখন চিক্‌মিকাই উঠিল আৰু লগে লগে ধনবৰৰ চকু দুটাই হাঁহিবলৈ ধৰিলে। সি আৰু ভাবি নেথাকি ছুৰীখন ভালকৈ খামুচি ধৰি বৰ সাৱধানে বঙাইৰ ফালে চোঁচা ললে। ' বঙাযে কেনোবাকৈ গম পাই বুলি সি ফুটুকাৰ জলে জলে চুপি চুপি আগুৱাই গৈছে। কৰবাত কিবা শব্দ হয় বুলি সি ছুৰমুৰকৈ নগৈ এখোজ ডাঙি এখোজ

পেলাইছে। কিন্তু ইমান সাৱধানেৰে যাওঁতেও এবাৰ হঠাৎ তাৰ ভৰি গছৰ শুকান পাতৰ ওপৰত পৰি খৰ-মৰাই উঠিল। তাৰ শব্দত ধনবৰ নিজেই উচপখাই উঠিল। ইমান ডাঙৰ শব্দ বগায়ে মুগুমাকৈ আছেনে? কিন্তু সি দেখোন একো লৰচৰ কৰা নাই। তেনেহলে বোধ হয় সি নুশুনিলে ........ধনবৰে আকৌ আগবাঢ়িব খুজিছে, এনেতে তাৰ মনলৈ প্ৰশ্ন আহিল......সি কলৈ গৈছে?...... . হত্যা কৰিবলৈ? ...... তাৰ বুকুত ধপধপনি উঠিল, হাতত জোৰ নোপোৱা হল, ছুৰীখন হাতৰ পৰা সৰি পৰিল। সি আৰু আগবাঢ়িব নোৱাৰিলে। মনটো দৃঢ় কৰি লবৰ কাৰণে সি তাতে বহি পৰিল!

তেতিয়া ৰাতিপুৱাৰ প্ৰথম চকমকীয়া বদ ওলাই আহি বগাইৰ মুখত পৰিছেহি। সি মাছৰ লগত ইমান পৰ যুঁজ কৰি ভাগৰি গল। দোক্ মোকালিৰে পৰা এতেপৰ বহি থাকিল, এতিয়া বদ ওলালেহি, তথাপি-এটাও মাছ নেপাই তাৰ বৰ খং উঠিল। সি মাছ পোৱাৰ আশা এৰিদি টোপবোৰ পানীলৈ দ'লিয়াই দিলে আৰু নৰশী সামৰি লৈ ঘৰলৈ যাবলৈ উঠিল।

বগাই যাব খোজা দেখি ধনবৰ এইবাৰ আকৌ থিয় হল। নিজ সমুখৰ পৰা চিকাৰ পলাই যাব খুজিছে সি কেনেকৈ স্থিৰেৰে থাকে? কিন্তু এতিয়া কৰা যাই কি? সমুখৰ পৰা আক্ৰমণ কৰিলেতো সুবিধা নহব। তেনেহলে বগাই এইখিনি পাৰ হোৱালৈকে বাট চাব লাগিব। ধনবৰে ঠিক কৰিলে যে বগায়ে সি থকা ঠাই ভোখৰ পাৰ হওঁতেই পিছফালৰ

পৰা তাৰ পিঠিত ছুৰী বহুৱাই দিব। কিন্তু তাৰোকো যে আৰু বেছি সময় নাই। বঙাই ওচৰ পালেহিয়েই। ধনবৰে ছুৰী উদ্যত কৰি সাজু হৈ ৰ'ল। আৰু অলপমান আহিলেই হব।.... .

........ ধনবৰৰ আন একোলৈকে লক্ষ্য নাই, তাৰ চকু আছে একমাত্র বঙাইৰ ওপৰত ..................।

"মাছ কিমান পালিও বঙাই?" সেই পিনেই অহা এটা মানুহে সুধিলে।

"এটাও নেপালোঁ পাই।" বঙায়ে উত্তৰ দিলে।

কথা মাথোন ইমানেই হল। তাৰ পাছত দুয়ো দুফালে গুছি গল। কিন্তু ধনবৰৰ লক্ষ্য ব্যর্থ হল। মানুহৰ মাত শুনি তাৰ চুলি আগে জীৰ গল। সি বিজুলী বেগেৰে কুটুকানিৰ মাজত লুকাই পৰিল।

বঙাই সাৰি গল। ধনবৰে জোপাৰ আঁৰত লুকাই থাকি ধৰফৰাবলৈ ধৰিলে। কার্য্য ব্যর্থ হোৱাত সি অলপ বিপদ গুনিলে কিন্তু শেষত সি নিজেই নিজকে প্রবোধ দিলে যে বঙাই আকৌ ইয়ালৈ আহিব। সি আকৌ যে আহিব তাৰ কোনো নিশ্চয়তা নাই, তথাপি ধনবৰৰ মনত এটা ভাৱ সোমাই গল যে বঙাই আকৌ আহিবই আহিব। আৰু এই আশাকে লৈয়েই সি কুটুকা গছৰ আঁৰত, ঔগছ জোপাৰ তলতে মাটিত দীঘল হৈ পৰি, বাট চাই থাকিবলৈ ধৰিলে। ঠিক যেন হৰিণৰ ওপৰত জঁপিয়াই পৰিবলৈ, পানীখোৱা ঠাইৰ ওচৰতে এটা বাঘে জোপলৈ আছেহি। ........ ............... অলপ সময় ধনবৰ

পাছত সি আকৌ ভাবিলে, কিজানি তাৰ মনৰ দুৰ্ব্বলতাৰ কাৰণে ৰঙাই আহিলেও হত্যা কৰা টান হব ……… ……….অলপ আঁতৰতে ফুটুকানিৰ দাঁতিত এটা ছাগলীয়ে গছৰ পাত খাই আছিল। ধনবৰে নিজৰ মন জুখিবলৈ চুপি চুপি গৈ ছাগলীটো হেচামাৰি ধৰি এবাৰ, দুবাৰ,… . …অসংখ্য বাৰ …..তাৰ গাত ছুৰী বহুৱাবলৈ ধৰিলে। ধনবৰৰ গা, কাপোৰ-চোলা তেজেৰে ৰাঙলী হল। তাৰ মন উত্ৰাৱল হল, নিশ্চয় এই দৰেই সি অনায়াসে ৰঙাইকো শেষ কৰিব পাৰিব ……গাত লাগি থকা তেজবোৰেই যেন তাৰ মনত অসীম বল দিছে ……… সি হাতৰ তেজবোৰ গাৰ কাপোৰতে মচি আকৌ আহি ঔগছৰ তলত বহিলহি।

বৰ লাহে লাহে সময় অতিক্ৰম হৈছে। আজি দিনটো ইমান দীঘল যেন অন্তই নপৰে। আজি যেন বেলিটোৰ পশ্চিমৰ ফালে যাবলৈ মনেই নাই। ধনবৰৰ জেঁাপ লৈ থাকি আমনি লাগিবলৈ ধৰিলে। কিন্তু ওলাই যাবৰ সাধ্য নাই, গলেই সকলো বিফল হব। সি আৰু কিছুপৰ ধৈৰ্য্য ধৰি থাকিল। ক্ৰমে বেলি লেহেটিয়াবলৈ ধৰিলে। ৰঙায়ে মাছধৰা ঠাইত এতিয়া বেচ ছাঁ পৰিছে। কিন্তু ক'তা ৰঙাই দেখোন নাহিল। ধনবৰ অতিষ্ঠ হবলৈ ধৰিলে। সি ঘনাই হাবিৰ সুৰুঙাইদি বাটৰ মূৰলৈ চাবলৈ ধৰিলে। ৰঙাই অহাৰ আশা ক্ৰমে ক্ষীণ হৈ গৈছে। ধনবৰে আৰু ৰ'ব নোৱাৰি জোপৰ মাজৰ পৰা ওলাব খুজিছে, এনেতে সি দূৰত দেখিবলৈ পালে যে ৰঙায়ে

কান্ধত কেইটামান দীঘল বৰশী পেলাই লৈ এই ফালেই আহিব লাগিছে। আসন্ন কাৰ্য্যৰ কথা ভাবি ক্ষন্তেকৰ কাৰণে ধনবৰৰ গা বাই-জাই লাগি গল। কিন্তু এই দুৰ্ব্বলতা এইবাৰ সি সহজতে দমন কৰিলে।

ৰঙাই আহি তাৰ নিৰ্দ্দিষ্ট ঠাইত বহিলৈ এটা দুটাকৈ নৈত বৰশী পেলাবলৈ ধৰিলে……সি সদায় আহি বৰশী মেৰায়, কাৰণ তালৈ তাৰ সময়ৰ অভাৱ। কিন্তু সেইদিনাখন সি গাটো বৰ ভাল নেপাই কাম বিছাৰি নগল। আগ দিনা বহুত যত্নেৰে ধান এদোণো আনি থোৱা আছে। সিহঁতে সদায় শুদা ভাত খাওঁতেই গৈছে। সেই দেখি সেইদিনা অলপ আজৰি পাই ৰাতিপুৱাই নৈত বৰশী পেলাইছিলহি। কিন্তু ৰাতিপুৱা সি কাণিপুঠি এটাও নেপালে। তথাপি আবেলিপৰত সি আকৌ এবাৰ চেষ্টা কৰি চাবলৈ আহিল……বৰশী পতা হলত ৰঙায়ে ভালকৈ বহিলৈ একান্ত মনেৰে পুঙাবোৰলৈ চাই থাকিবলৈ ধৰিলে।

ধনবৰে চাৰিউফালে আকৌ এবাৰ ভালকৈ চাই ললে, কোনো নাই। সি বজ্ৰমুষ্টিৰে ছুৰীখন ধৰিলৈ চাপৰি চাপৰি ৰঙাইৰ ফালে আগবাঢিছে।. …এনেতে হঠাৎ এটা আচৰিত ঘটনা ঘটিল……ধুপুং কৰি এটা শব্দ হল আৰু শব্দৰ লগে লগে ৰঙাই নাইকিয়া হল। ধনবৰে লৰি গৈ নৈৰ পাৰ পালেগৈ ……নৈৰ গৰা খহিব লাগিছে, জলত পানীবোৰ বোকা উঠি আছে ……ৰঙাই পানীত ডুবিল, চিন চাবেই নাই……ধনবৰ

বৰ আচৰিত হল। তাৰ প্ৰবল ইচ্ছা হল লৰি গৈ বতনীক খবৰ দিয়ে। কিন্তু সেই ইচ্ছা জোৰেৰে দমাই ৰাখি সি চলাং পলাং কৰি পুখুৰ গছৰ তললৈ আহি বহি পৰিল।.....বণ্ডাই মৰিল······কিন্তু কেনেকৈ মৰিল তাৰ বাহিৰে কোনে জানে?··· বৰি কোনোবাই আহি সিয়েই মাৰিলে বুলি ধৰেহি?······সি চুৰীখন দূৰলৈ দ'লি মাৰি পেলাই দিলে,তাৰ বৰ ভাগৰ লাগিল .. চিন্তাশক্তি লোপ হল আৰু তাতেই মূৰ্চ্ছিতহৈ পৰিল।......সন্ধ্যা লগাৰ বহুত পাছত তাৰ চেতনা আহিল আৰু হাবিৰ পৰা ওলাই আহি বেগেৰে বতনীৰ ঘৰলৈ খোজ ললে।

( ৩ )

বতনীয়ে বেলি পৰাৰ লগে লগে ভাত-পানী ৰান্ধি বণ্ডাইৰ কাৰণে বাট চাই বৈ আছিল; মাছ আনিলে টপ্‌কৰে ৰান্ধি দিব বুলি। কিন্তু ক'তা বণ্ডায়ে দেখোন বৰ বেলি কৰিছে। আনকাল দেখোন ইমান বেলি নকৰে।......গাৱঁৰ মানুহে লাহে লাহে খাই উঠিল কিন্তু এতেপৰেও বণ্ডাই নাহিল! বতনীৰ মনত ক্ৰমাৎ উচ্‌পিচনি লাগিল। তাই ঘৰে মনে বাহিৰলৈ অহা-যোৱা কৰি থাকিবলৈ ধৰিলে—কেতিয়াবা নজনাকৈ আহি বাটৰ সিমান দূৰলৈকে দেখা যায় সিমান দূৰলৈকে বণ্ডাইক চাই যাইছি। কিন্তু বণ্ডাই অহা নাই। সময় গৈছিলেই বাঢ়িলে ধৰিলে বতনীৰ মনতো সেই পৰিমাণে বাৰো

কৰম হুঃচিন্তাই ঠাই ললেহি।... ..“ৰঙাই গন্ধ কলে ?” তাই ভাবিবলৈ ধৰিলে—“তাৰ একো বিপদ হোৱা নাইতো ?”—

আজি দিনটো ৰতনীৰ সোঁ চকুটো ৰৰকৈ খজুৱাই আছিল। তাঁত বৈ থাকোঁতে কাউৰী এজনীয়ে আহি ঠোঁত এছাৰি ইমানকৈ খাই আছিলহি যে তাইক খেদি দিলতো আকৌ উৰি উৰি পৰিছিল হি। উপায় নেপাই এবাৰ ৰতনীয়ে ভিতৰলৈ সোমাই আহিল। কিন্তু অলপ পৰৰ পিছত ওলাই গলতে আকৌ কাউৰীজনীয়ে মূৰৰ ওপৰে ওপৰে চিঞৰি চিঞৰি উৰিবলৈ ধৰিলে। .. .. . সেই সময়ত ৰতনীয়ে এই বোৰলৈ বিশেষ একো মন দিয়া নাছিল। কিন্তু এতিয়া তাইৰ মনটো গাঁজিবলৈ ধৰিলে। লগে লগে দিনৰ সেই অমঙ্গলসূচক কথাবোৰ তাইৰ মনলৈ আহিল।.........তাই কি কৰিব ? ক'লৈ যাব ? একো ভাবি পোৱা নাই।...... ৰঙায়ে আগেয়ে কেতিয়াবা গাৱঁত কাম থাকিলে বহুত ৰাতিলৈকে ঘৰৰ পৰা বাহিৰত থাকে কিন্তু তেতিয়াতো মনটো এনে নেলাগে। কিন্তু আজি মনটোৱে এনেকুৱা কৰিছে কিয় ? বুকুখন যেন ৰৰকৈ গুদা গুদা লাগিছে। .........এইদৰেই মনত ৰৰকৈ ইচাটি-বিচাটি লগাত ৰতনীয়ে বাহিৰ ভিতৰ কৰি আছে। তাইৰ গা বম্ বম্ কৰি পুৰিবলৈ ধৰিছে। এনেতে ধনৰৰ লৈ তাইৰ আগত ওলাল হি। তাক দেখি ৰতনীৰ চুলিৰ আগে জীৱ গল।.............ধনৰকে [illegible] মাথোন চোতালত থিয়দি আছিল কিন্তু আৰু থিয় [illegible] [illegible] তাৰ ভিতৰ লোৱাই লৈ ৰতনীক [illegible]

বহি ললেগৈ। ৰত্নীয়ে ভয়ত একো মাত মতা নাই। তাই ধনবৰৰ আচৰণ দেখি স্তম্ভিত হ'ল; বিশেষ কৈ তাৰ অতিকৈ শেতাঁ পৰা মুখখনৰ অস্বাভাৱিক 'গহীনতা দেখি। তাই ভয়ত কঁপি কঁপি ঘৰৰ চুক এটাত থিয়হৈ তীক্ষ্ণ ভাৱে ধনবৰলৈ চাই থাকিবলৈ ধৰিলে।

"ৰত্নী!"—ধনবৰে মাতিলে। তাৰ লুব্ধ চকুহুটা ৰত্নীৰ ওপৰত।

ধনবৰৰ মাতত ৰত্নীয়ে সাৰ পোৱাদি পালে। তাই খণ্ডেৰে অলপ আগবাঢ়ি আহি ধনবৰক কলে।

—"তুমি কিয় এইদৰে ইয়াত সোমাইছাহি ধনবৰ! ৰঙাৱে আহি দেখিলে কি বুলিব?... ...তুমি ওলাই যোৱাঁ"—

"হাঃ হাঃ হাঃ ৰঙাই?"—ধনবৰে কৃত্তিম হাঁহিমাৰি উত্তৰ দিলে। কিন্তু পিছ মুহূৰ্ত্ততে সি হঠাৎ জিকাৰি উঠিল। ৰত্নীয়ে ধনবৰৰ এই পৰিবৰ্ত্তন লক্ষ কৰি দ্বিগুণে শঙ্কিত হৈ উঠিল। "ৰঙাইৰ কি হল?... ... . তেওঁ গল ক'লৈ। তুমি ৰঙাইক কি কৰিলা?"।—ৰত্নীয়ে চিঞৰি উঠিল। তাই আৰু অলপ ধনবৰৰ ওচৰলৈ আগবাঢ়ি আহিল।

"ইকি! এই বোৰ তোমাৰ গাত তেজ কিহৰ?... ..তুমি এইদৰে কঁপিছা কিয়?... ৰঙাইক তুমি কি কৰিলা?... . ... তুমি খুন্... . . খুনী ''। ৰত্নীয়ে চুলি মেলি আউলী বাউলী হৈ ধনবৰৰ কাপোৰত আজুৰি ধৰিলে।

ৰত্নীৰ মুখত এই অভিযোগ শুনি ধনবৰ মৰি যোৱা যেন

হল। সি আগতে লক্ষই কৰা নাছিল যে তাৰ কাপোৰত তেজ লাগি আছে। ....... এটা বেঁচিকৈ মদ খাই অহা মানুহে টলং ভটং কৰি কৰি আহি, তাৰ গাত অসীম বল থকা বুলি ভাবি যেনেকৈ আনক আক্রমণ কৰেহি কিন্তু লাহেকৈ এটা ঠেলা মাৰি দিলে মাটিত লুটি খাই পৰে, ধনবৰো ঠিক তেনে হল। সেই-দেখি যেতিয়া ৰতনীয়ে তাক খুনী বুলি কোৱা শুনিলে তাৰ গাত গোসাঁই নাইকিয়া হল। সিযে নির্দ্দোষী, ৰঙাই যে পানীত ডুবিল, তাক সি খুন কৰা নাই এইবোৰ কথা বুজাবলৈ তাৰ শক্তি হেৰাল.. তাৰ ক'লৈ যাওঁ, কি কৰোঁ লাগিল। সি আক ক্ষন্তেকো তাত ৰব নোৱাৰিলে। সি জোৰ কৰি ৰতনীৰ হাতৰ পৰা তাৰ কাপোৰ একুৱাই লৈ ঘৰটোৰ পৰা লৰি পলাল।

ৰতনীৰ মূৰত বজ্রাঘাত হল। তাই কোনো চিঞৰ-বাখৰ কৰিব নোৱাৰি তাতে মূর্চ্ছিত হৈ পৰি থাকিল।

---

# দশম অধ্যায়

যেতিয়া ৰতনীৰ মোহ ভাগিল তেতিয়া ঘৰৰ চালত পৰি এটা মেৰা কাউৰীয়ে বিকট স্বৰেৰে তাৰ পুৰাৰ পুৰৰী গাব লাগিছে। কাউৰীৰ মাত শুনি ৰতনী চক্ খাই উঠিল—

—"মই বহি থাকোঁতেই ৰাতিপুৱাল......মই ৰাতি নুশুলোঁনেকি?... ..এতিয়া সপোন নে দিঠক... . সপোন হলেনো মই আকৌ এইদৰে ভাবিম কিয়? ....."—ৰতনীয়ে শোৱা চাঙৰ কাষতে দুইহাতেৰে গাল ঢাকি আৰু আঠুৰ ওপৰত কিলাকুটিৰ ভেজা দি ভাবিবলৈ ধৰিলে "মই কিয় এইদৰে বহি আছো?......অ' ভাত চেঁচা হৈ গৈছে দেখি ৰঙাইৰ কাৰণে বাট চাই বহি আছোঁ......ৰঙাইনো গল ক'লৈ?...... ।"

এই শেষৰ প্ৰশ্নটোৱে ৰতনীক যোৱা ৰাতিৰ কথালৈ মনত পেলাই দিলে। মোহ ভাগিলেও তাইৰ মনলৈ সকলো কথা তেতিয়াও ঘুৰি অহা নাছিল। সকলো কথা তাইৰ সপোন যেন হে লাগি আছিল।

"... ৰঙাই? .....নাই, নাই,... . ৰঙাই নাই। ধনবৰে মোৰ দেহটোৰ কাৰণে ৰঙাইক খুন কৰিলে।......ৰঙাই আৰু ঘুৰি নাহে... . নাহে, নাহে, নাহে।" তাই হুক্ হুক্ কৰি কান্দিবলৈ ধৰিলে।

"ছিঃ গোটেই বাতিটো দুৱাৰখন খুলি থৈ দিলোঁ। চোৰ অহা হেতেন ?……চোৰ ?……চোৰ ?……আহিব কি নিবলৈ ? ……মোৰ চকুৰ মণি, আঁচলৰ ধন, ৰঙাইক মোৰ বুকু উদং কৰি, প্ৰেমৰ অভেদ্য দুৰ্গৰ ভিতৰৰ পৰাই দিঠকতে চুৰ কৰি লৈ গুছি গল, ক'তা একোৱেতো ৰাখিব নোৱাৰিলে। আৰু ইফালে সমগ্ৰ পৃথিবীৰ মিছা, পাপ, চোৰ, ডকাইত, হিংসা আৰু সংসাৰৰ কেটামান লাম্‌লাকতিৰে সৈতে নিজৰ শৰীৰটোৰ মাজত মাথোন আধাভগা বাহঁৰ দুৱাৰ এখনৰ ব্যৱধান ৰাখি মই নিশ্চিন্ত মনেৰে শুই থাকিম… ..হাঃ, হাঃ, হাঃ……পাগল, পাগল, সকলো পাগল ….।

কিবা এটা ভাৰত ৰতনীৰ গা শিয়ৰি উঠিল। এটা অনিশ্চিত আশঙ্কাত তাই চকুদুটা বহলকৈ মেলি বৰ চঞ্চল হৈ চাৰিউফালে চাবলৈ ধৰিলে। মুহূৰ্ত্তৰ কাৰণে তাইৰ চকুৰ আগৰ পৰা ঘৰ-দুৱাৰ, ওচৰত থকা শোৱা চাং সকলো নাইকিয়া হৈ গল। তাই মাথোন চকুৰ আগত দেখিবলৈ পালে বস্ত্ৰহীন বেশ্যাবোৰৰ তাণ্ডৱ নৃত্য, হিংসা, খুন, খুনীৰ ওপৰত প্ৰতিশোধ, এটা মিছাই আন এটা মিছাক মুহূৰ্ত্তে মুহূৰ্ত্তে জন্ম দিয়া। . … তাই আৰু চকুমেলি থাকিব নোৱাৰিলে। হাত দুখনেৰে চকুদুটা ঢাকি আনফালে মুখ ঘুৰালে। ইফালে চকু মেলি আকৌ দেখিবলৈ পালে—সত্যৰ ওপৰত অসত্যৰ জয় গান, সহায়ৰ পৰিবৰ্ত্তে হিংসা, ধৰ্ম্মৰ নামত অধৰ্ম্ম, প্ৰেমৰ পৰিবৰ্ত্তে ইন্দ্ৰিয় তৃপ্তিৰ প্ৰৱল বাসনা আৰু জীৱৰ ওপৰত জীৱৰ হিংসা, এটাই

আন এটাক আক্রমণ কৰিবলৈ সাজুহৈ থকা।......তাই চকুৰে গোটেইখন ধুৰঁলি-কুৱঁলী দেখিলে,. মুৰত বৰ গৰম অনুভৱ কৰিলে। গা দুৰ্ব্বল হৈ গল আৰু তাতেই পৰি মূৰ্চ্ছা গল।

কিছু সময়ৰ পাছত যেতিয়া তাইৰ পুনৰ জ্ঞান হল তেতিয়া বেলি আহি মূৰৰ ওপৰ পাইছেহি। ৰতনীয়ে পৰি থকাৰ পৰা উঠি লাহে লাহে দুৱাৰ মুখলৈ ওলাই আহিল। চাৰিউপিনে আজি যেন কিবা এটা নাই, নাই, নাই। মুকলি চোতাল খনত হু হু কৰি ওপৰৰ পৰা ৰ'দ পৰিব লাগিছে কিন্তু তাতো যেন কিবা এটা শূন্য। তাই লাহে লাহে ভাত ৰন্ধা ঘৰটোলৈ সোমাই গল। তাত ৰন্ধা ভাত ৰন্ধা অৱস্থাতেই পৰি আছে কিন্তু খাওঁতা কোনো নাই। তাই তাৰ পৰা ওলাই আহি তাঁত-শালখনৰ ওচৰলৈ গল। তাঁত খন দেখিলতে তাইক পুনৰ শোকে খুন্দা মাৰি ধৰিলে। সিদিনা মাথোন তাই তাঁত বৈ থাকোঁতে ৰঙায়ে তাৰ চোলাটো কাটিলত বৰ বেজাৰ মনে আছি, তাই বোৱা কাপোৰ এডোখৰ চোলা কৰিবলৈ খুজিছিল। কিন্তু কাপোৰ নোলোৱাত তেতিয়া কাটি দিব নোৱাৰিলে। আজি সেই কাপোৰ ওলাই আছে কিন্তু কোনে পিন্ধিব? ৰঙাইৰ মনৰ আশা মনতে গল। ৰতনীয়ে তাতৰ খুটি এটাতে ধৰি এপৰমান কান্দিলে। চকুৰ পানীৰে তাইৰ গাৰ কাপোৰ তিতি গল। চকুৰ পানীৰ যেন অন্তই নপৰে, তাইৰ অন্তৰে যেন কান্দিয়েই থাকিব খোজে......।

কিছু পৰৰ পিছত তাই চকুপানী মচি দৃঢ় ভাৱে থিয় হল।

তাইৰ যেজাবৰ অন্ত পৰিল। তাইৰ মুখখন অস্বাভাৱিক ৰূপে শহীন হৈ উঠিল। তাইৰ অসংযত ৰুক্ষ চুলি কেইডাল গালে মুখে বাগৰি পৰিছিল। খন্তেক তাই কিছুমান আঙুলি চিঙি পেলালে। তাৰ পিছত তাই ভিতৰৰ পৰা এখন ছুৰী কটাৰী আনি তাঁত্‌খন টুকুৰা-টুকুৰা কৰি কাটি পেলালে......। আজিৰ পৰা আৰু এইবোৰৰ দৰকাৰ নাই।... ..তাই ভিতৰলৈ পুনৰ সোমাই গল আৰু দুৱাৰ মুখতে বহি কাকৈ-ফণীৰে মূৰটো ভালকৈ আঁচাই পেলালে। কপালত হেঙুলৰ ফোঁট, হাইতালৰ ৰেখা ললে। তাইৰ মনত যেন অলপো বিষাদ নাই।... . তাই কলদিলীয়া কৰি খোপা এটা বান্ধিলৈ, শোৱা চাঙৰ এমূৰে থোৱা জপাটো খুলিলেগৈ আৰু তাৰ পৰা মুগাৰ বিহা, মেখেলা এজোৰ উলিয়াই আনি ভালকৈ পিন্ধি ললে। তাই যেন কেনিবা বিয়া সবাহলৈহে যাবলৈ ওলাইছে .....।

ৰতনীৰ পিন্ধা-উৰা সকলো শেষ হলত তাই হাতত ছুৰী এখন লৈ ঘৰৰ পৰা বাহিৰ ওলাই বঙায়ে ৰবণীবোৰা ঠাইলৈ খোজ ললে। তাই কিছুদূৰ আলিয়েদি গৈ থাকি পথাৰলৈ নামিল। পথাৰত তেতিয়াও আহুধান শেষ হোৱা নাই। তাই ধানন্নিৰ মাজে মাজে নৈৰ পাৰলৈ যাবলৈ ধৰিলে। পকা ধানৰ পাতে তাইৰ গা কাটিবলৈ ধৰিলে কিন্তু সেইপিনে তাই অলপো মন নিদিলে।

ৰতনী আহি ৰবণী বোৱা- ঠাইত উপস্থিত হলহি। তৰ দুপৰীয়া তেতিয়া নৈৰ পাৰ একেবাৰে জনশূন্য। চাৰিউপিনে

নিজান নিটাল, কিবা এটা নাই নাই ভাৱ। দূৰৈত কোনোবা এটা মহগুৱালে বিৰহ বেদনা সনা সুৰত তাৰ মহৰ শিঙৰ পেঁপাটো বজাই বজাই ম'হ চৰাবলৈ আহিছে। সমুখত দিখৌ নৈ—বহল, বিশাল, ফেনে ফোটোকাৰে সৈতে বুকুত খাগৰিৰ জাঁজি লৈ প্ৰচণ্ড বেগেৰে বাঢ়ি আহিছে। ভুবিৰ কোনো ঠাইত পানীৰ খুন্দা পৰি চপৰা চপৰে মাটিবোৰ খহিব লাগিছে। ৰতনীয়ে ক্ষন্তেকৰ কাৰণে দিখৌৰ এই প্ৰলয়ঙ্কাৰী মূৰ্ত্তিটো চাই ৰ'ল।

ৰঙাইৰ বৰশীকিটাৰ কেটামান পানীত উটি আছে, মাত্ৰ এটা ঠিক পাতি থোৱাৰ দৰেই আছে। ৰতনীয়ে অবিচলিত ভাৱে বৰশীটো ডাঙি ললে কিন্তু তাত লাগি আছিল এখন কাপোৰ ......তাই কাপোৰখন চেপি লৈ ভালকৈ চাবলৈ ধৰিলে. সেইখন ৰঙাইৰ গাৰ চেলেং তায়েই বৈ দিছিল।· ····তাই কিছু-সময়ৰ কাৰণে কাপোৰ খন বুকুত সাৱটি ধৰি থাকিল, তাৰ পিছত সেইখন পানীলৈ দলিয়াই দি সেইপিনে চাই থাকিল সোঁতত পৰি কাপোৰখন লাহে লাহে তললৈ গল, লগে লগে ৰতনীয়ে ছুৰীখন উলিয়াই নিজৰ বুকুত সুমুৱাই দি পানীৰ ফালে ঢলি পৰিল।··· · ধুপুং কৰি এটা শব্দ হল তাৰ পিছত আকৌ সকলো নিজম পৰিল। মাথোন ঐ গছ জোপাত পৰি চাই থকা এজনী কাউৰীয়ে চিঞৰি উঠিল—কা-কা-কা।

---

# সমাপতি

ৰতনীয়ে তাক খুনী বুলি অভিহিত কৰাত ধনবৰে তাৰ পৰা পলাই আহি পুনৰ ঔগছ-জোপাৰ তল পালেহি। ৰঙাই মৰাৰ পাছত সি কিছুসময় শান্তিৰেই আছিল কিন্তু এতিয়া তাৰ মনত অশান্তিৰ জুই জ্বলি উঠিল। সি প্ৰতি পলকতে বিপদ্‌ আশঙ্কা কৰিবলৈ ধৰিলে... ..ৰতনীয়েতো সি ৰঙাইক খুন কৰিলে বুলি ধৰি ললেই, তাই জানো এতিয়া ৰবকৈ চিঞৰ-বাখৰ কৰি সেই কথা গাৱঁৰ মানুহ বোৰক কৈ দিয়া নাই?... ..হয়তো মানুহ বোৰে তাক বিচাৰি পিতাপিত্‌ কৰিছে... ..হয়তো সিহঁতে ইয়ালৈকে আহি এতিয়া তাক বেৰি ধৰিবহি.. ইত্যাদি চিন্তা কৰি তাৰ মন ছাটি-ফুটি কৰিবলৈ ধৰিলে।......বন্দী জীৱনৰ বিভীষিকা আৰু ফঁাচি কাঠৰ কথা ভাবি তাৰ অন্তৰাত্মা কঁপি উঠিল। সি প্ৰতিক্ষণতেই শুনিবলৈ ধৰিলে মানুহ বোৰে তাক ধৰিবলৈ আগবাঢ়ি অহা। গছৰ পাত এটা পৰি খিৰিক্‌ কৰি উঠিলেও সি উচপ্‌ খাই উঠে; তাৰ চকুত ঘুমটি নহা হল। গোটেই ৰাতিটো এইদৰেই পাৰ হল। ৰাতিপুৱালত তাৰ অশান্তি আৰু বাঢ়িল। সি ভাবিবলৈ ধৰিলে যে ৰাতি কাৰণে হয়তো মানুহবোৰে কালি তাক ধৰিবৰ যত্ন নকৰিলে কিন্তু এতিয়া নিশ্চয় সিহঁতে তাক ইয়ালৈকে বিচাৰি আহিব। সি সেই ঠাইত থকাটো বেচি বিপজ্জনক যেন ভাবি লাহে লাহে হাবিৰ মাজৰ পৰা ওলাই আহিল। দূৰৈত এটা মানুহ কেনিবাদি যাবলৈ

ধৰিছে। ধনবৰে তাক দেখি ভাবিলে যে সেই মানুহটোৱে তাক নিশ্চয় খুনী বুলি চিনিব পাৰিছে, নহলে সি ঘনে ঘনে এইপিনে চাই গাঁৱৰ ফালে বেগাই যাব কিয়? সি নিশ্চয় আন মানুহক এতিয়াই কৈ দিবগৈ। সি এতিয়া কৰিব কি? যাব ক'লৈ? ক'ত পলাব? বাহিৰত জুই, ভিতৰত জুই, চাৰিউফালে জ্বলি উঠিছে অনন্ত দাবানল শান্তি ক'ত? ....
সি পথাৰে পথাৰে লৰিবলৈ ধৰিলে। পথাৰৰ ওখ চাপৰ ঠাইত সি কেতিয়াবা উজুটি খাই পৰোঁতে গাৰ ছাল চিগিবলৈ ধৰিলে কিন্তু সি এইবোৰ একোলৈকে কতাক্ষ নকৰি প্ৰাণটো লৈ দৌৰিবলৈ ধৰিলে। পথাৰত থকা দুই এটা মানুহে সি এইদৰে হাঁবাথৰি খাই যোৱাত অলপ আচৰিত হৈ তাৰ ফালে চাইছিল কিন্তু সিহঁতেও বিশেষ একো মনোযোগ নিদিলে। ষ'ৰে মানুহ গল নালাগিল সিহঁতৰ কি দৰকাৰ?

ধনবৰ আহি নগৰ পালেহি। প্ৰথমতে সি ভাবিলে যে ইয়াৰ মানুহবোৰে তাৰ অপৰাধৰ কথা নিশ্চয় একো নেজানে, সেই গতিকে বিশেষ ভয়ৰ কাৰণ নাই। ...কিন্তু নহয়। ইহঁতেও বোধ হয় সেই কথা গম পায়। নহলে বাটত যাওঁতেও ইহঁতে তালৈ কিয় কেৰাকেৰিকৈ চাব? বোধ হয় সিহঁতে তাক এইদৰে এৰি থৈ ৰং চাইছে, দৰকাৰ হলেই ধৰি নি পুলিচৰ হাতত গতাই দিবগৈ। ধনবৰে আকৌ দ্বিগুণ বেগেৰে তাৰ ঘৰটোৰ ফালে যাবলৈ ধৰিলে।

সি আহি তাৰ থকা ঘৰটো পালেহি আৰু পোনচাতেই গৈ

বিছনাত দীঘল দি পৰিলগৈ। ভাগৰত তাৰ শৰীৰ অৱশ হৈ গৈছে, ধপ্‌ধপনিত বুকু ফাটিযাওঁ যেন কৰিছে কিন্তু বিছনাত পৰিও সি অকনো জিৰনি পোৱা নাই। সি বাটৰ ফালেই চাই থাকিবলৈ ধৰিলে।.. সেইয়া সৌ মানুহটোৱেও এইফালেই চাই চাই গৈছে, তেনেহলে ইয়াৰ মানুহ বোৰেও তাৰ দোষ জানে? . ...সি আকৌ ভয়ত কঁপিবলৈ ধৰিলে।......সি তেন্তে যাব ক'লৈ? য'লৈকে যাই তাতে মানুহবোৰেই তাৰ অপৰাধৰ কথা জানি তাক প্ৰতিশোধ দিবলৈ হুঙ্কাৰ কৰি আছে ......তাৰ বিশ্বাসৰ স্থল নাইকিয়া হল।... সেই ক্ষণতে সি উপলব্ধি কৰিলে যেন প্ৰতি মুহূৰ্ত্তে মৃত্যুৰ বিভীষিকাত থাকি জীয়াই থকাতকৈ মৰি যোৱাই শতগুণে ভাল। .. . সি বিছনাৰ পৰা লাহে লাহে উঠি আহিল; আৰু তাৰ কোঠাৰ এচুকত ইটা এটুকুৰাৰ তলত লুকাই থোৱা এটা সৰু কাগজৰ টুপলি উলিয়াই তাৰ বস্তু-খিনি মুখত দি গিলি পেলালে। তাৰ মনটো এতিয়া অলপ শান্ত লাগিল। এতিয়া আৰু ধৰি নিলেও ভয় নাই... . সি লাহে লাহে তাৰ কোঠাৰ পৰা বাহিৰ ওলাই বকুলীৰ ঘৰলৈ যাবলৈ ধৰিলে।

বকুলীয়ে তেতিয়া ভিতৰতে বহি আছিল। ধনবৰ গৈ তাইৰ আগত থিয় হলগৈ। বকুলীয়ে তাৰ অৱস্থা দেখি বৰ আচৰিত হল। তাৰ শেতা পৰা মুখখন আৰু অস্বাভাৱিক ভাৱে বগা চকু দুটা দেখি তাইৰ অন্তৰ কঁপি উঠিল।

অলপ পিছতে ধনবৰে মূৰ ঘুৰাইছে বুলি মাটিতে বহি

পৰিল। বকুলীয়ে তাক শুৱলৈ কৈ তাৰ মূৰটো তাইৰ কোলাত তুলি ললে আৰু তাৰ চুলিবোৰৰ মাজত আঙুলি বুলাবলৈ ধৰিলে। ধনবৰে ওপৰলৈ মুখ কৰি বকুলীৰ মুখখনলৈকে চাই থাকিল।

—"বকুলী!"—ধনবৰে মাতিলে।

—"কি হইছে ধনবৰ! তুমি কিয় এনেকুৱা কৰিছা?... আজিৰ পৰা তুমি আৰু ক'লৈকো যাব নোৱাৰা। বাহিৰত ঘুৰি ফুৰি তোমাৰ স্বাস্থ্য ভাগি গৈছে।"—

বকুলীৰ কথা শুনি ধনবৰে এটা ক্ষীণ হাঁহি মাৰিলে।

"মোৰ আৰু বেচি সময় নাই বকুলী।"—

"তুমি বৰকৈ কথা নকবা ধনবৰ! কিছুপৰ নিতালমাৰি থাকা ভাল হবা।"—

"আজলী বকুলী। মই সচাকৈয়ে কৈছোঁ মোৰ সময়ৰ অন্ত পৰিছে......মই......মই বিহ খালোঁ। বকুলী!"—

"বিহ?—তাই চিঞৰি উঠিল।

"মোৰ বৰ জাৰ লাগিছে, গাত এডোখৰ কাপোৰ দিয়াচোন বকুলী!"—

ধনবৰৰ মূৰটো বকুলীৰ কোলাৰ ওপৰত আৰু গা-ডোখৰ মাটিত পৰি আছিল। তাই ইফালে সিফালে চাই ওচৰত কাপোৰ এডোখৰো নেদেখিলে। তাই তাক এৰি উঠিও যাব নোৱাৰে। এতিয়া কৰে কি?.....উপায় নেপাই তাই বিহাৰ আচলটোৰেই ধনবৰৰ গাটো মেৰাই ভালকৈ সামৰি ললে।

ধনবৰে একেৰাহে কিছুপৰ বকুলীৰ মুখলৈ চাই থাকিল। সি দেখিলে বকুলীজনী ইমান ধুনীয়া .....আগেয়ে তাই এই সৌন্দৰ্য্য ক'ত লুকাই ৰাখিছিল? সংসাৰৰ বিভীষিকাৰ মাজতো তাইৰ স্নিগ্ধ, শান্ত, সৰল, শিশুৰ দৰে মুখখনি দেখিলে প্ৰাণ শাঁত পৰি যাই। সি মনতে ভাবিলে কিয় সি বিহ খাইছিল। এতিয়া উপায়? ঠিক মৃত্যুৱে যেতিয়া তাক নিৰ্দ্দয়ভাৱে টানিব লাগিছে, তাৰ মনত জীয়াই থাকিবলৈ এটা অদম্য স্পৃহা জাগি উঠিল।

"বকুলী তুমি মোক ভাল পোৱানে?"—ধনবৰে সুধিলে।

"পাওঁ ধনবৰ!"—বকুলীয়ে সলজ্জভাৱে উত্তৰ দিলে। ক্ষন্তেকৰ কাৰণে তাইৰ মুখখন ৰঙা পৰি উঠিল।

ধনবৰে মানিলে বকুলীৰ কথা অলপো অত্যুক্তি নহয়। তাইৰ ভালপোৱা অতি গভীৰ। সি আৰু একো নেমাতিলে। মাথোন তাৰ চকুৰেদি দুধাৰ তৃপ্তিৰ চকুপানী বাগৰি গল।

ধনবৰৰ গা ক্ৰমাৎ চেঁচা পৰি আহিবলৈ ধৰিলে। তাৰ তলচোৱাত একেবাৰে সাৰসুৰ নাইকিয়া হ'ল।

"বকুলী"—ধনবৰে কোনোমতে থকাবকাকৈ মাতিলে।

বকুলীয়ে ধনবৰৰ কথা বুজিব পাৰিলে। তাই তাৰ ওঠত ওঠ লগাই যাচি দিলে অন্তহীন এটি চুমা। অনন্ত তৃপ্তিত ধনবৰৰ চকু দুটা চিৰকালৰ কাৰণে লাহে লাহে মুদ খাই গল।

অন্ত